ৰাজা শুনি নবা-বৰুক খুনডাঙ্গ সকলকো দায ধৰি বোলে, “গাছ আনি দিব নোৱাৰিলে সকলকো গাছৰ গুৰিতে মাৰিম।” এই শুনি সমস্তে নিকশ্বাস হৈ বৃক্ষৰ গুৰিক যাই কতিপয দিন চাই-চিন্তি একো উপায়ে খানিব নোৱাৰি পাত্র-সেনাপতি সমস্তে গোষ্ঠ হুই বোলে, “ৰাজা হল স্ত্রী-জিত, তিৰি জাতিও কিছু নুবুজে, এতেকে জানো আমাৰ বিনাশৰ কাল হল। এখন আমাৰ কোন উপায় হব? দক্ষিণে আমাৰ গা নুলুকাই উত্তৰ হব পাৰিলে কিছু উপায় আছে।” এই আলচি সমস্তে ইষ্টদেবতাক স্মৰি বিস্তৰ সম্ভাৰে লোহিতক পূজা কৰি বোলে, “হে তীৰ্থৰাজ, আমি আপদে মজিলোঁ, এখন তোমাত শৰণে পশিলো। এতে তুমি কৃপান্বিত হৈয়া পথ এৰি দিয়া, আমাক ৰক্ষা কৰা।” পাচে লোহিতেও অনেক প্ৰাণীৰ কাতৰ স্তুতি শুনি প্ৰসন্ন হৈয়া ৰাত্রি স্বপ্ন দেখাদি বোলে, “কালি প্ৰাতসে মঞি বক পক্ষী হুই আগে আগে যাম, তইঁতে কিছু সংশয় নকৰি পাচে পাচে যাবি, কিন্তু পাচক ফিৰি নচাবি।” এই শুনি সকলো মনে ৰঙ্গ হুই বাব্বা-খাঁ মন্ত্রী সহিতে বহুত কছাৰি সপৰিবাৰে সেইৰূপে হেলচ পৰ্ব্বতৰ পোনে উত্তৰিলে পাৰ হৈ সেই পৰ্ব্বতকে আশ্ৰয় কৰি ৰহিল। এই কথা কছাৰি ৰাজা শুনি পাচত মেলি যা নাপাই পাটেশ্বৰীক বিস্তৰ গৰিহা কৰি আপোন দোষে দেশ উচ্ছন্ন দেখি পৰম লাজে মৌনে ৰহিল।

আৰু বাব্বা-খাঁৰ শুদ্ধমতী নামে স্ত্রীয়েক অৰ্টি আছিল। কছাৰি ৰাজা পৰম সুন্দৰী সাধ্বী শুনি বিবাহ কৰিম বুলি বাসি থৈ বিচনমতীক ভয়ে নিব নোৱাৰোঁতে বাপেকৰ ঘৰত যুবত হৈ আছিল। বাঁপেকৰ লগতে সেই কন্যাও গল। পাচে সেই হেলচৰ পৰ্ব্বততে কতিপয দিন আছোতে কন্যাৰ ঋতু-স্নান হৈল। চতুৰ দিবসত লোহিতক যাই ব্যৱহাৰে স্নান কৰি শুচী হুই পৰ্বতৰ কোখৰ বানিত বসি দুখমনে আপোনাৰ ইষ্টদেৱক স্মৰি অদৃষ্ট নিন্দা কৰি কান্দিব ধৰিলে। সেইবেলা কন্যাৰ সৌভাগ্যোদয় হেতু আকাশ মাৰ্গে মহেশ পাৰ্ব্বতী যাইতে মহামায়া কন্যা দেখি ঈশ্বৰত পুছিলে বোলে, হে প্ৰভু, তুমি সৰ্ব্বজ্ঞ, ই কন্যা কি কাৰণ কান্দে? মহাদেৱ বোলে,—পূৰ্ব্বাপৰে সাধ্বী কন্যা স্বামীৰ অভাবে ঋতু ব্যৰ্থ শোকে কান্দে বুলি কলত পাৰ্ব্বতী বোলে, স্বামী ঈশ্বৰ হলে শুদ্ধ মত্ত আৰ্ত্তজনক কৃপা কৰিবে উচিত। পাচে মহেশ দেৱীৰ বচনে পৰ্ব্বতৰ পৰা ভালুক ৰূপ ধৰি ওলাই আহি ঋতু সাফলি অন্তৰ্হিত হল। কন্যা বিস্ময় মানি দেৱমায়া বুলি আনন্দ হৈ ঘৰক যাই মাকত কলে।

পাচে দশমাস দহদিন অন্তে শুভমুহূৰ্ত্তে বালক জাত হল। শৰীৰত বিস্তৰ ওভোটা লোম দেখি ভালুকপাঙ্গ নাম থলে। এইৰূপে কতোদিন আছিতে সেই দেশৰ ৰাজ সোনপালে এই সকল কথা শুনি বাপেক সৈতে কন্যাক নিয়াই সোধপোছ কৰি কন্যাক দেখি মোহ হৈ বালককো দেৱ-বীৰ্য্য মানি বোলে, এই বালক যদি নিলগত থাকি ৰাজা হয় নাজানিতে কিবা আমাকো বিনাশে। পাত্ৰ-পুৰোহিতক এই বুজাই সেই কন্যাক সম্বৰি বালককো পুত্ৰ বোধে ৰাখিলে। পাচে কতোদিন ৰাজ্য ভোগ কৰি সেই বালককে প্ৰতাপনাৰায়ণ নাম দি ৰাজা পাতি পৰলোক হল।

পাচে প্ৰতাপনাৰায়ণে ৰাজা হৈ জন্মভূমি বুলি উজাই আহি হেলচৰতে পাট কৰি সাত খানি শিলে-ইটাএ বান্ধি নগৰ পাতি ভূঞা সকলকো জিনি প্ৰধান ৰাজা হল। তাতে কতোদিন থাকি লোহিতে গ্ৰাম-চহৰ ডুবাই দেখি সেইপোনে দক্ষিণলৈ পাৰ হৈ বামনাৰি এডোখৰ পাই কাঁসা দেখি আঙ্গাৰা নাম দি নগৰ পাতি কতোদিন আছি উজাই আহি বিশ্বনাথৰ কন্যকাশ্ৰম গ্ৰামৰ নগৰ পাতি চাৰিওদিশৰ ৰাজা ভূঞা সবাকে জিনি প্ৰতাপসিংহ নাম লৈ মহাশক্তিমন্ত ৰাজা হল।

ভালুকপাঙ্গেও ৰাজ্য আক্ৰমি সবাকে বসতি কৰি আপোন দেশক গল। সেইবেলা মৰণক ভয়ে সমস্ত জাতিএ বৰ নৰগুণ লৈ গৰুত উঠি ৰাজাৰ আগ হল। ৰাজা কোন বুলি সোধালত বোলে, আমি ব্ৰাহ্মণ, মহাৰাজাত মিলিছো আসি, তেজ শক্তি পৰীক্ষাৰ নিমিত্তে। ৰাজা বোলে, ব্ৰাহ্মণ যে লোক মহিমা দেখক। পাচে সকলো ভয় হৈ মনে একো উপায় নাপাই, হে ত্ৰাহি ব্ৰহ্মপুত্ৰ, এই শঙ্কটত তুমি নাৰাখিলে আন আৰু উপায় নেদেখি আজি ৰাত্ৰি এক মহিমা দেখাই আমাক ৰক্ষা কৰা। এইৰূপে অনেক স্তুতি-নতি কৰি বিস্তৰ পূজিলে। পাচে লোহিত্যেও প্ৰাণীক কৃপায়ে বৰকৈ ডোৱাৰ পাতি সৰোনাকৰ হেন এটা শব্দ উঠিল। ৰাজা শুনি কিহৰ শব্দ বুলি সুধিলত বোলে, মহাৰাজা যে মহিমা দেখাব দিছে সেই লোহিতে দেখাইছে। পাচে ৰাজা মানুহ পঠাই চোৱাই প্ৰমাণ পাই সত্য মানি পূৰ্ব্বৰতে থাপি-সাক্ষি থলে। ১৯ ॥

# দ্বিতীয় আধ্যা ।

## বিশ্বসিংহ, নৰনাৰায়ণ আৰু চিলাৰায় ।

হাৰিয়া মণ্ডলৰ ভেশত মহাদেৱ।---কামৰূপৰ বিশ্বসিংহ ৰজাৰ জন্ম ॥ খুটাঘাটত চিকনাই পৰ্ব্বতৰ কোমত পানবৰ ১, ভেদেলা ১, ভেদভেদো ১, বৰিহনা ১, কাঠীয়া ১, গুৱাবৰ ১, মেঘো ১, বৈচাগু ১, জেবৈ ১, গৰু-কটা ১, যুদ্ধবৰ ১, ডেখেৰা ১, এই বাৰঘৰ মেচ আছিল। আৰে প্ৰধান হাৰিয়া মৰলে চাৰিদণ্ডৰ পথত কপাহ দিছিল। একমত প্ৰথম ভাৰ্য্যা লীলা, দ্বতীয় ভাৰ্য্যা হীৰা। ঘৈণীয়েক জনীয়ে নিতান্তে গাডিতে ভাত দিয়েগৈ।

একদিনা প্ৰতি ঘৈইণীযেক হীৰাএ ঋতু স্নান কৰি ভাত লৈ যাওঁতে গাড়িলৈ এক দণ্ডৰ পথ থাকোতে বৰ গছ এক ডালৰ তলত হাৰিয়া মৰলৰ ৰূপ ধৰি মহাদেৱ বসি আছে। তাতে মদভাত খালে, সেই স্ত্ৰীকো হৰিলে। ঘৈৰিণীয়েকে বোলে, "গাডি এৰি কিয় আহিলি?" ছদ্মা মহাদেৱে বোলে, "ভাত নপাই ভোক লাগিলত আহিলোঁ।" এই বুলি গাড়িলৈ যাওঁ বুলি অন্তৰ্দ্ধান হ'ল।

পাচে হাৰিয়া মৰলে ঘৰলৈ আহি ঘৰিণীএকক খং কৰি বোলে,---"আজি মোলৈ ভাত কিয় নিনিলি?" ঘৈণীযেকে বোলে,---"বৰ গছৰ তলতে মদভাত খালি, সম্ভোগ কৰিলি, খং কৰ কিয়?" এই কথা শুনি হাৰিয়া বিস্ময় হৈ থাকিল। পাচে ৰাত্ৰি মহাদেৱে সন্যাসী ৰূপ ধৰি স্বপ্ন কৰালে, বোলে,---"তোৰ ঘৰিণীক খং নকৰিবি। মঞিহে এনে কৰিলোঁ। তহঁতে শুদ্ধ ভাৱে থাকিবি। মোৰ বীৰ্য্যে যি পুত্ৰ জন্মিব সি মহা বলিষ্ঠ ৰাজা হব। আৰু বৰ গছৰ তলত পূজা কৰিবিগৈ; তাতে নাল ১, তৰোৱাল ১ খান পাবি। আৰু গছত বানৰ এটি দেখিবি, সেই বানৰ আকাৰে ধ্বজ-দণ্ড এটা সাজিবি। পূৰক মুখে গৃহত থৈ বছৰি পূজা কৰি থাকিবি। যিকালত বানৰৰ মুখ ঘূৰে সেই কালত তোৰ বেটা ৰাজা হব।" আগধৰিও সেই বৰ গছৰ তলত পূজা কৰিছিল, কোনোৰ মতে শিলিখা গছ বুলি কয়। ২০ ॥

বেহাৰৰ পাটত বিশ্বসিংহ।---পাচে দিনক্ৰমে কাৰ্ত্তিকৰ বিমুত পুত্ৰ জন্মিল; বিশু নাম থলে। আগৰ ভাৰ্য্যাৰ পুত্ৰটিৰ নাম শিশু। ৰাত্ৰি হাথী, ঘোঁৰা, বন্দুক, পঞ্চশব্দৰ বাদ্য ভৈল। বৰটিৰ নাও শিহু, সৰুটিৰ নাও

বিহু। এই প্ৰকাৰে বাৰে বৎসৰ হ'ল। অস্ত্ৰ-শস্ত্ৰত বৰ অভ্যাস হ'ল। বিহুৰ ১২ গিৰি মেচৰ ১২ জন চৰাল সহিতে চিকাৰ কৰি ফুৰে। পাচে বইগাওঁ সিগাওঁ মাৰি খুনীঘাৰিৰ কৰ্ণপুৰ ভূঞাক মাৰিলে। এই ক্ৰমে কৰৈ-বাৰীৰ কামৰূপ বেহাৰৰ সকল ভূঞাকে মাৰি ৰাজ্য যবু কৰি চিকনাইত পাট কৰি ৰাজা হ'ল, ১৪৪৯। ২১ ॥

স্বৰ্গদেৱৰ থাপিত-সাঞ্চিত বিশ্বসিংহ।—পাচে এই সময়তে স্বৰ্গমহা ৰাজাৰ চনথাম বৰগোহাঁই কৰতীয়া গঙ্গা মাৰিবলৈ যাওঁতে বিশ্বসিংহে শুনিলে যে, পূৰ্ব্বদেশে ইন্দ্ৰ অৱতাৰ ধৰি ৰাজা ৰাজ্য সকলক মাৰি কাটি বশকৈ লৈ আহিছে। এই বুলি ৰূপ-সোণ দুচৰু লৈ চনথাম বৰগোহাঁইক বৰিলহি। বোলে, "মঞি স্বৰ্গমহাৰাজাৰ শৰণীয়া হলোঁ; মোক থাপি-সাচি থোৱা।" পাচে গোহাঁইএ সোণৰ ডলা কোটাৰে বঁটা এজুৰি দি বোলে,—"ভাল, ইন্দ্ৰ ৰাজাত জনাই তোক থাপি-সাচি থোৱাম। মই দিল্লী মাৰি আহোঁগৈ।" এই বুলি ভটীয়াই গ'ল। ২২ ॥

বিশ্বসিংহৰ পুত্ৰ নৰনাৰায়ণ আৰু চিলাৰায়।—পাচে বিশ্বসিংহৰ মাল, শুক্ল প্ৰথমে দুই বেটা হ'ল। আৰু ১৬ বেটা হৈল, গোহাঁই কমল ৩, গোহাঁই মদন ৪, গোহাঁই ৰামচন্দ্ৰ ৫, গোহাঁই সুৰসিংহ ৬, বৃষকেতু ৭, ৰামনাৰায়ণ ৮, আনন্দ ৯, দিপুসিংহ ১০, হেমন্ধৰ ১১, মেঘনাৰাণ ১২, জগত ১৩, ৰূপচন্দ ১৪, হৰিসিংহ ১৫, মানসিংহ ১৬, মেচা ১৭, সূৰ্য্যাসন ১৮। এই ১৮ বেটাক বিশ্বসিংহে সবাকে অস্ত্ৰ-শস্ত্ৰ শিখাই মৃত্যুকাল সময়ত ১৮ বেটাৰ ১৮ টা টোপোলা কৰিলে। লোহাৰ ১, মাটিৰ ১, ধানৰ ১, এইৰূপে ১৮ টোপোলা ১৮ কোঁৱৰক লব দিলে, বোলে, যাৰ যি চলে। মাটিৰ টোপোলা মালে ললে, লোৰ টোপোলা শুক্লে ললে। এইৰূপে গাযে গাযে টোপোলা ললে। মাটি দেখি মালক বুলিলে,—"তঞি ৰাজা হবি।" লো দেখি শুক্লক বুলিলে,—"তঞি খাণ্ডাইত যুদ্ধাইত হবি।" টোপোলা অনুক্ৰমে আনবোৰকো সিদ্ধান্ত দিলে। পাচে মালক নৰনাৰায়ণ নাম থৈ ৰাজা পাতিলে। শুক্লৰ নাম সংগ্ৰামসিংহ থলে। এওঁকে চিলাৰাইও বোলে, যুৱৰাজা হৈল। ২৩ ॥

বিশ্বসিংহৰ অন্তিম অনুৰোধ।—পাচে দুয়ো ভাই ৰাজ্য চৰ্চ্চা কৰি থাকোতে বিশ্বসিংহ পৰলোক হবা সময়ত নৰনাৰায়ণ চিলাৰাইক বোলে,— "সুদা কথাতে অসমৰ থাপিত-সাঞ্চিত নাম ললো। মোৰ মৃত্যু হব। এটা

শালেৰেহে যাঞো। তইঁতে যদি পাৰ শৈল উদ্ধাৰ কৰিবি, আৰু যদি নোৱাৰ পুত্ৰ-পৌত্ৰাদিক্ৰমে কৈ যাবি।" এই বুলি পৰলোক হৈল। ২৪ ॥

নৰনাৰায়ণ আৰু চিলাৰায়ৰ দিগ্বিজয়।—তাত পাচে নৰনাৰায়ণ চিলাৰাইএ বাপেৰ কৰ্ম্ম-কায কৰি অৱসৰ হই আসাম ৰাজাক চলিল। ৰাজাৰ আজ্ঞাইএ গোহাঁই কমলে নানদানি ওপৰদানি সমান কৰি বেহাৰৰ পৰাএ নাৰাণপুৰ পৰ্য্যন্তে এলা আলি বান্ধিলে। পাচে আসাম ৰাজাৰ পৰা হেড়ম্বক গৈল, তাৰ পৰা জয়ন্তাত আলি পুখুৰী খানি ত্ৰিপুৰাক গৈ ওলমাল লৈ আহিল। খৈৰামিৰ, গাৰোৰ ৰাজা আপুনি ধৰিলহি। ধটা-বাহন দি বিদায় দি বুলিলে,—"মোত কি খোজ ?" খৈৰামি ৰাজা বোলে,—"মোক মোহৰ মাৰিবালৈ আজ্ঞা হক।" টেকশাল দি বোলে,—"মোৰ নামে মোহৰ মাৰিবি, তোৰ নামে মোহৰ নামাৰিবি।" খৈৰামি ৰাজা বোলে,—"ভাল, তোমাৰ বংশৰ নামে মোহৰ মাৰিম।" ২৫ ॥

গৌড় যুদ্ধত চিলাৰায় বন্দী।—তাত পাচে বাৰেবঙ্গলা মাৰিবাক গৈল। তাক মাৰিলত গৌড় পাংসা সহিত ঘোৰ যুদ্ধ হৈল। পাৎসাৰ বন্দুকৰ বৰ চাখান তথাপি চিলাৰায় লোক পাচ নুহে। একল বন্দুকৰ কোবত সকল সৈন্য পৰিল। একলা যি পাংসাৰ লোকে চিলাৰাইক বেঢ়িলে। দোনৌন কাণ্ড আছিল মানে ধৰিব নোৱাৰিলে। পাচে দুইদোন কাণ্ড সাং হৈল। তেবে গিৰিংতৰ খাগৰি একদাম আছিল, তাৰে একোগুল লৈ মাৰিছিল। হাথীৰ গাত পৰিলে ইকাল সিকাল সৰকে। এইৰূপে সিয়ো সমস্ত হৈল। পাচে ঢালে-তৰোৱালে যুজিলে, অসংখ্য সৈন্য পৰিলে। "ঢাল-তৰোৱাল পেলাই মিল, যদি নিমিল তেবে বৰ ভিলৈ মাৰিম।" তাতে চিলাৰায়ে বোলে "প্ৰাণৰ কাতৰে দাল-তৰোৱাল পেলাই যে মিলিম ইয়োটি কোন ১ চিত্ত।" এইমতে অনেক যুদ্ধ কৰিলে, যুদ্ধতে দাল-তৰোৱাল ছিগিল। পাচে হাতে হাতে যুদ্ধ হৈল। তেবে পাংসাই লোকে নৰি সোণাৰ নোৱা লগাই পাংসাৰ আগ কৰিলেনি। ২৬ ॥

চিলাৰায়ৰ মুক্তি আৰু মৃত্যু।—আৰ চিলাৰায় যুদ্ধত শকত হেন পাৎসাত শুনালে। পাৎসাও লোৰ ধনু এখান নিনিব দিলে। গাৰ বলে ধনু টানোতে যি আগে ৰণ কৰা কাণ্ড গাত সোমাই ভগ গৈ আছিল সেই কাণ্ড চট চট কৰি ওলাই গৈল। পাৎসা দেখি বৰ বিস্ময় হল। উত্তম পুৰুষ জানি ধটা-বাহন দি বিদায় দিলে।

চিলাৰায় ৰণত ধৰা পৰি আছিল মানে নৰনাৰায়ণে অন্ন এৰি দুগ্ধ আহাৰ কৰি আছিল। দুই ভাই একত্ৰ হৈ অনেক ৰঙ্গ-ঢঙ্গ কৰি বিস্তৰ দান-দখিণা কৰিলে। পাচে কতোদিন অন্তৰে চিলাৰায় পৰলোক হৈল। ২৭ ॥

---

# তৃতীয় আধ্যা।

## ৰঘুদেৱ, লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিত।

খিলাত ৰঘুদেৱৰ পাট স্থাপন।—চিলাৰায়ৰ বেটা ৰঘুদেৱ-নাৰায়ণ হয়। নৰনাৰায়ণে পাট এৰি বেহাৰক মোৰঙ্গৰ ৰাজাই মাৰে আহি যেন পাট কৰি থাকিল। ৰঘুদেৱে লগতে আছিল। তেবে চিলাৰায়ৰ বৰা-বুৰুক,— কবীন্দ্ৰপাত্ৰ, যুধিষ্ঠিৰ ভাণ্ডাৰ কায়স্থ, শ্ৰীৰায় লস্কৰ, কইপুৰ গিৰি, সোণাবৰ, ৰূপাবৰ, চৰদাৰ কবিৰাজ, গোপাল চাউলীয়া, গদাই বৰকায়স্থ, গদাধৰ চাউলীয়া, পুৰন্দৰ লস্কৰ, এবং আনো বৰা-বুৰুক ৰঘুদেৱ পাট-কোঁৱৰক বুলিলে,—"তুমি এই মতে থাকিলে ৰাজাৰ আজ্ঞাকাৰী হৈ থাকিবা। পূৰ্ব্বে বিশ্বসিংহ মহাৰাজা স্বৰ্গী হবৰ সময় বৰসোণকোষ সীমা কৰি বেহাৰ নৰনাৰায়ণ ৰাজাক দিছে। ইদিকে চিলাৰায় দেৱানক দিছে। এতেকে তোমাক খিলাত ৰাজা পাতো। স্বয়ং ৰাজা হবা। তোমাৰ পিতৃৰ হাতী-ঘোঁৰা, আহিলা-পাতি উপায় কৰি লৈ ফুৰন্তা খাওঁ বুলি ওলোৱা।" পাচে ৰঘুদেৱে ৰাজাত কহিলেক, "আজ্ঞা পালে ফুৰন্তা খাবাক যাবাক খোজো।" ৰাজা বোলে, "তাঞি মোৰ পুত্ৰত অধিক স্নেহ, পাট-কোঁৱৰ পাতিছোঁ, যি ইচ্ছা তাকে কৰ।" বোলে, "মোৰ পিতৃৰ বৰা-বুৰুক, হাথী-ঘোঁৰা, আহিলা-পাতি নিবাক খোজো।" ৰাজাই বোলে, "সবে তোৰ, সবে মোৰ, যাক ইচ্ছা তাকে লৈ যা।" পাচে বাপেকৰ চৰনজান লৈ ফুৰন্তা নাথাই সোণকোষ নদীৰ পাৰ হৈ খিলাত বেঙ্গে সাপ খাবাক দেখি পাট কৰিলেক। নৰনাৰায়ণ বেহাৰতে থাকিল। পাচে ৰঘুদেৱে দুটা বৰুৱাক নৰনাৰায়ণৰ ঠাই পঠাই দিলে। "মহাৰাজাৰ পুত্ৰ আছে, মহাৰাজা থাকে মানে একো নাই, মহাৰাজা নাথাকিলে তেওঁৰ বেটাই সহিতে ভাল হবৰ নুই। একে চোঙ্গত দুই বাঘ নাথাকে। এতেকে আহিলোঁ, যদি ভাল দেখে, তেবে পিতামহে ৰাজ্য বিভাগি দিছে। পিতৃৰ ভাগত মোক ৰাজা পাতোক। তেবে কুশলে সবে থাকিম।" এই কথা

শুনি ৰাজা বৰ আনন্দ হল; বোলে, "ভাতিজাই বাৰু ভাবিছে, ই গোট উত্তম কথা।" পাচে দণ্ড-ছত্ৰ সিংহাসন দি ঘিলাত ৰাজা কৰিলে। মহাৰাজা ৰঘুদেৱনাৰায়ণ সম সুন্দৰ পুৰুষ নাই। বত্ৰিশ বৎসৰ ৰাজাই কৰিলেক। ২৮ ॥

ৰঘুদেৱ আৰু লক্ষ্মীনাৰায়ণৰ বিৰোধ।—পাচে ৰাজা নৰনাৰায়ণে ৰঘুদেৱেত কৰ-ভাৰ খোজে, যেন ভাঞ্জিৰ লগত ৰণ একবাৰ মাত্ৰ আছিল। নৰনাৰায়ণ পৰলোক হল। তান পুত্ৰ লক্ষ্মীনাৰায়ণৰ লগত ৰণ হল। বলে নোৱাৰি ৰাজা ভঙ্গ হৈ আহিল। সেই ৰণতে ৰাজা ৰঘুদেৱৰ ছত্ৰখান বেহাৰতে ৰহিল। লক্ষ্মীনাৰায়ণে ৰণ জিনি ৰাখিলেক। ৰঘুদেৱ ৰাজাৰ শিল-খাঁ, ফতে-খাঁ, পুৰন্দৰ লস্কৰ ৰাজা জোঞাই, নিতাইচন্দ্ৰ নাজিৰ, ঠাকুৰ পঞ্চানন্দ, কবীন্দ্ৰপাত্ৰ, গদাধৰ বৰুৱা, আনো বৰা-বুৰুক সহিতে মন্ত্ৰণা কৰি বেহাৰ মাৰিবাক যতন হল। আকে শুনি লক্ষ্মীনাৰায়ণ ঘিলাক খেদি আহিল। ৰাজা ৰঘুদেৱ জিকিল। লক্ষ্মীনাৰায়ণ ভঙ্গ হৈ গোল। ৰঘুদেৱ ৰাজাৰ বৰা-বুৰুক একো হানি নহল। ২৯ ॥

ৰঘুনাৰায়ণৰ পুত্ৰ।—পৰীক্ষিত, ইন্দ্ৰনাৰায়ণ, যদুৰায়, ভৱসিংহ, মুকুন্দদেৱ, বলীনাৰায়ণ, মানসিংহ, মহীন্দ্ৰসিংহ, গোহাঞি-মঙ্গল, গোহাঞি-ৰামচান্দ, সুন্দৰনাৰায়ণ, গোহাঞি-মৰদান, গোহাঞি-মেঘনাৰায়ণ, মধুনাৰায়ণ, বৃষকেতু, অনন্তনাৰায়ণ, প্ৰতাপনাৰায়ণ, বিজয়সিংহ। পাচে আঘ্ৰায়ণ মাসৰ পূৰ্ণিমা তিথিত মহাৰাজা ৰঘুনাৰায়ণ স্বৰ্গী হল। ৩০ ॥

বলীনাৰায়ণৰ মৃত্যু।—পৰীক্ষিতে ইন্দ্ৰনাৰায়ণক মেচ লগাই ঘাৰ মুচৰি মাৰি ৰাজা হল। এই গণ্ডগোল শুনি লক্ষ্মীনাৰায়ণ কামাখ্যা গুৰিৰ দুৱাৰৰ ঘিলা সোমাল। বৰ ৰণ হল। সেই ৰণতে লক্ষ্মীনাৰায়ণৰ ভাই বলীনাৰায়ণ পৰিল। পৰীক্ষিতনাৰায়ণৰ ৰূপাবৰ নামী বৰছি হানি মাৰিলেক; সন্ধ্যা সময় কোনোবা চৰদাৰ বুলি নাজানি মাৰিলেক। পাচে বলীনাৰায়ণ বুলি জানি, আপোনাৰ তৰোৱাল খসাই বলীনাৰায়ণৰ আগত দিলেক, বোলে, "তুমি ৰাজাৰ ভাই, মঞি পাইক হৈ তোমাক মাৰিলো। এতেকে তোমাৰ হাতে মোক কাটি, প্ৰায়শ্চিত্ত হৌক।" বলীনাৰায়ণে বোলে, "তোক মাৰিলে কি হব? সহজে মঞি জীবাৰ নুই। বিশেষ যাৰ লোণ খাব তাৰ কাৰ্য্যত থাকি অকথা কৰিবাকো পাৰ। আৰু অজ্ঞানত মাৰিছাহঁ, তোৰ একো অপৰাধ নাই।" এই বুলি বলীনাৰায়ণ মৰিল। পাচে পৰীক্ষিতে

বলীনাৰায়ণক আনি আগৰ চন্দনেৰে বিধিপূৰ্ব্বক কাষ্ঠসংস্কাৰ কৰি অস্থি বেহাৰক পঠাই দিলেক। সেই ৰণতে পাৰ কাজি সহিতে বাৰজন কাজি ধৰি আনিলেক। ৩১ ॥

পৰীক্ষিত আৰু বেহেকৰা কাজি।—ৰাজাৰ মহীন্দ্ৰসিংহ হাথী লক্ষ্মীনাৰায়ণৰ ঠাঠ ভঙ্গাইলেক। আৰু লক্ষ্মীনাৰায়ণৰ দুই হাথী পৰীক্ষিতে ৰণত ধৰি আনিলেক। লক্ষ্মীনাৰায়ণে মাহাদে সহিতে ভাগি গল। পৰীক্ষিতৰ লগৰ এক পাঠানে লক্ষ্মীনাৰায়ণক ধৰিবাক খুজিলেক। পৰীক্ষিতে ধৰিবাক নেদিলেক, বোলে, "খুড়ী লগত আছে, ৰাজে গৰিহা কৰিবোক।" পাচে লক্ষ্মীনাৰায়ণ ৰণভঙ্গ হুই বেহাৰ গল। পাচে ধৰি আনা কাজিসকলে পৰীক্ষিতক সেৱা কৰিলেক। পাৰ কাজি সেৱা নকৰিলেক। ৰাজা পৰীক্ষিতে পাৰ কাজিত পুছিলেক, "আন কাজি মোক সেৱা কৰিলেক, তঞি দেখোঁ সেৱা নকৰিলি, কাৰণ কি?" পাৰ কাজি বোলে, "এই মুণ্ডে মহাৰাজা লক্ষ্মীনাৰায়ণক সেৱা কৰিচোঁ, তোমাক সেৱা কৰিবা নোৱাৰোঁ।" সেই খঙ্গে নিতে দহোটা কৰি ডিঘা মাৰিছিল। তথাপি সেৱা নকৰিলেক। অনন্তৰে লক্ষ্মীনাৰায়ণৰ কটকী পৰীক্ষিতৰ ঠাই পঠাই দিলে, বোলে, "মোৰ কাজিসকলক এৰি দেওক।" পৰীক্ষিতে বোলে, "মোৰ বাপৰ ছত্ৰ বেহাৰত এৰি আহিছি, মোকো সেই ছত্ৰ দিওক।" পাচে ছত্ৰ দি পঠাইলেক, পৰীক্ষিতেও ঘোঁৰা-বাহন দি কাজিসকলক বিদায় দিলেক। পাচে পাৰ কাজি পৰীক্ষিতক সেৱা কৰিলেক। ৰাজা বোলে, "আগে যে সেৱা নকৰিলি, এতিয়া সেৱা কৰিলি, কাৰণ কি?" সি বোলে, "মহাৰাজা লক্ষ্মীনাৰায়ণ যেমত তুমিও সেমত। কিন্তু তেতিয়া সেৱা কৰিলি বুলিবা জীউৰ কাতৰে সেৱা কৰে।" এতেকে কাজিসকল বিদায় হ'ল। ৩২ ॥

পৰীক্ষিতৰ বিৰুদ্ধে মকৰম-খাঁৰ অভিযান।—পাচে বৎসৰ বৎসৰ পৰীক্ষিতে বেহাৰ মাৰি আনে। উপদ্ৰব সৈবাক নোৱাৰি ঝাঁসকক দি পাৎসা বৰিল যায়। আৰু গোচৰিলে, বোলে, "পৰীক্ষিতৰ কাৰণ ৰাজাই কৰিব নোৱাৰোঁ।" পাৎসাই নবাব মকৰম-খাঁক আদ্য কৰি, বাইশ উমৰাও লগত দি লক্ষ্মীনাৰায়ণক বিদায় দিলেক, বোলে, "পৰীক্ষিতক ধৰি আনিবি, জীউ নামাৰিবি।" মকৰম-খাঁ আহিতে সুষঙ্গৰ ৰাজা ৰঘুনাথ ৰায় গোচৰ দিলেক, বোলে, "পৰীক্ষিতে বিস্তৰ উপদ্ৰব কৰে।" তাক আশ্বাস কৰিলেক। সিও

ঠাঁই মকৰম-খাঁৰ লগত দি বিদায় হল। লক্ষ্মীনাৰায়ণেও ঠাঁই কটক মকৰম-খাঁৰ লগত দি বেহাৰ গল, বোলে, "মঞি নগলে শুদা চহৰ পাই বেহাৰ মাৰিবোক।" ১৩ ॥

পৰীক্ষিতৰে মকৰম-খাঁৰ যুদ্ধ।——মকৰম-খাঁ দুবুৰীত হল আহি। পৰীক্ষিতেও ঠাঁই কটক দি ফুলগুৰীয়া ফতে-খাঁক পঠাই দিলেক। মকৰম-খাঁৰ লগত বৰ যুদ্ধ হল। যুদ্ধত ফুলগুৰীয়া ফতে-খাঁক ধৰি নিলেক। ৰণ-ভঞ্জৰা হাথীত পৰমানন্দ দলৈ আছিল, সিও পৰিল। হাথী নিস্তৰ ঠাঁই মাৰিলেক। সি হাথী মৰা পৰিল। তৰ-দুৱাৰে নোৱাৰি নাও-দুৱাৰে যুদ্ধ হল। পুৰন্দৰ লস্কৰ বঙ্গালৰ কুবেৰ-খাঁৰ লগত ঘোৰ ৰণ হল। কুবেৰ-খাঁ যুদ্ধত পৰিল। পুৰন্দৰে বঙ্গালৰ ঠাঁই বিস্তৰ মাৰিলেক। পাচে কুবেৰ-খাঁৰ নেতাৰ লগত যুদ্ধ হল। পুৰন্দৰ ৰণত পৰিল। পুৰন্দৰ পৰিলত ৰাজা উকিলা-উকিলকৈ পাচ গুচি মানাহ পাৰ হৈ গলাত পড় বান্ধি থাকিল। বঙ্গালেও পাচে পাচ গুচি সিপাৰে থাকিল। ১৪ ॥

পাৎসাৰ আগত পৰীক্ষিত আৰু লক্ষ্মীনাৰায়ণ।——পাচে পাত্ৰ-মন্ত্ৰী আপনাৰ মাজত মেল দি মন্ত্ৰণা কৰিলেক, "ৰাজা বঙ্গালত মিলিলে ধৰি নিবোক আৰু ৰাজা হবাৰ নাই। আমি বঙ্গালত মিলি স্বৰংৰূপে ৰাজ্য খাম।" এহি যুগুতি কৰি ৰাজাক বোলে, "তুমি মিলি ৰাজ ৰাখা, নাই তেবে বঙ্গালক বলে নোৱাৰিম।" পাচে মকৰম-খাঁক লাগি উকিল পঠালে, বোলে, "বৎসৰত দুইমোন আগৰ, এক শও হাথী, দুই শও টাঙ্গনঘৰা; পাঁচ শও পঙ্গা-কমলী, গন্ধ, চাৰি শও চোঁৱৰ দিম পাৎসাক। আৰু মকৰম-খাঁকো আৰে আধা ভেঁনি দেও, পাচ গুচি যাওক।" মকৰম-খাঁ বোলে, "পাৎসাৰ লোণ হাৰাম কৰিম উচিত নুই। পাচ গুচি নাযাওঁ। ভাল, ৰাজা আহোক, পাৎসাক সেৱা কৰিলি সকলে কুশল হবোঁক। আৰু মযো কবুল দিলোঁ,—— যদি ৰাজাৰ কোনো বৈগুৱা হয়, তবে মোৰ জীউ আগ কৰিম, পাচে ৰাজাৰ যি হওক। পাৎসাই ৰাজাৰ নাও শুনি চাহিবাক খুজিছি।" পাচে পৰীক্ষিতে পাত্ৰ-মন্ত্ৰী লৈ মকৰম-খাঁত মিলিল যায। মকৰম-খাঁ পৰীক্ষিতক বিস্তৰ মান কৰি, বস্ত্ৰ অলঙ্কাৰ দি লগতলৈ পাৎসাৰ ঠাঁই গল। ইঠাঁইৰ নবাব জৈয়দ বাপাকৰ হাজোত ৰহিল। লক্ষ্মীনাৰায়ণকো মকৰম-খাঁ লগত লৈ গল; পাৎসাত মিলিল যায। পাৎসাই লক্ষ্মীনাৰায়ণ পৰীক্ষিতক বুলিলে, "তোমৰা দুয়ো মিল হৈ ৰাজাই কৰ যায়। আৰ পৰীক্ষিত, লক্ষ্মীনাৰায়ণ তাৰ চাচা হয়,

পাও চুই সেৱা কৰ।" পৰীক্ষিতে বোলে, "যি বুলিছে, ইখান বুলিব পায়। প্ৰমত্তসিংহে আপোনাৰ মনমাফিকে হস্তী মাৰি আহাৰ কৰে। স্ত্ৰীগণেৰ আজ্ঞাত থাকি নাহি মাৰে। আৰু মহাসমুদ্ৰে আপোনাৰ কালক্ৰমে হ্ৰাস-বৃদ্ধিক পায়। কিন্তু জল-জন্তু আমাত থাকি হ্ৰাস-বৃদ্ধিক নাপায়। আপুনিও তেমত। তেঞোৰ মোৰ শক্ৰতা ভাব, প্ৰাণ গেলেও সেৱা নকৰোঁ।" পাৎসাই খং হৈ পৰীক্ষিতক ধৰি ৰাখিলেক। ১৫ ॥

লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিতৰ বিদায়।—লক্ষ্মীনাৰায়ণক বিদায় দি বুলিলেক, "তোৰ ৰাজ্যত কি নাই, খোজ মোত।" ৰাজা বোলে, "মোৰ ৰাজ্যত সকলো আছে, পুৰন্দ কালি তৰোৱাল নাই, আৰ ইৰাকী ঘোঁৰা নাই।" ঘোঁৰা, তৰোৱাল দি বিদায় দিলে। পাচে মকৰম-খাঁ খাতি পৰীক্ষিতকো বিদায় দিবাইলেক। পাৎসাই বুলিলেক, "তোৰ ৰাজ্যত যি নাই খোজ।" পৰীক্ষিতে বোলে, "মোৰ ৰাজ্যত সকলো পায়। পাৎসাৰ স্বৰূপ মোক মূৰ্ত্তি লিখি দিওক, তাকে সেৱা কৰি থাকিম।" পাৎসাই বোলে, "যাকে তাকে নেদো। আমাৰ বংশৰ লগত বিৰোধ নকৰিবি, তোক দিলোঁ। বিৰোধ কৰাহ নষ্ট হবি।" পাচে সবিনয় আহিল। ১৬ ॥

পাৎসাৰ সমুখত পুনৰ্ব্বাৰ পৰীক্ষিত।—পাৎসাৰ ঠাই বিদায় হৈ আহিবৰ শুনি কামৰূপৰ বৰা-বুৰুক ঢকাৰ নবাব ইচলাম-খাঁক লিখিলেক, "পৰীক্ষিত আহিলে আমি পলাম।" নবাবেও লেখা পালে। আৰু পৰীক্ষিত ঢকা আহিলত নবাবে কলে, "শুনিছোঁ, পাৎসাৰ ছবি আনিছি। ছবি এৰি মোৰ ঠাই আহিবেক। ছবি থাকিলে মোৰ উঠি সেৱা কৰিব লাগে।" পৰীক্ষিতে কথা নামানি ছবি লৈ নবাবৰ আগ হল। ছবি দেখি নবাব আগবাঢ়ি ছবিক সেৱা কৰি ক্ৰোদ্ধ হৈ পাৎসাক লিখিলেক। পৰীক্ষিত হাৰামজাদা বুলি কামৰূপৰ বৰা-বুৰুকৰ লেখাখনকো দি পঠালে। আৰু ওচৰ-পাঁজৰৰ ৰাজা জমিদাৰকো অন্যায় কৰি থাকে, সিও সমাচাৰ লিখিলেক, বোলে, "পৰীক্ষিতৰ এই সকল দুৰ্গুণ। বনোৰ বাঘক ধৰি নি এৰি দিলা। ফিৰি বন পাইলি বাজ হইবাৰ নুই।" পাৎসাই নবাবক লিখিলেক, "ফিৰি মোৰ ঠাইক পঠাই দি।" পাচে পৰীক্ষিতক দিল্লীক পঠাই দিলেক। ১৭ ॥

ত্ৰিবেণী তীৰ্থত পৰীক্ষিতৰ দেহত্যাগ।—পাচে ত্ৰিবেণী-তীৰ্থ পালে যায়। ব্ৰাহ্মণত পুছিলেক, "ই তীৰ্থৰ কি ফল-শ্ৰুতি?" ব্ৰাহ্মণে বোলে, "যি কামনা কৰি মৰে তাকে পায়। আত আত্মহত্যা পাপ নাই।" এই

কথা শুনি ৰাজা বোলে, "ই তীৰ্থকেহি নাপায়। কেইদিন জীৱন!" এই সংকল্প কৰি, দান-দক্ষিণা কৰি দেহত্যাগ কৰিলেক। কবীন্দ্ৰপাত্ৰৰ বেটা কবিশেখৰ, শ্ৰীৰাম লস্কৰক আদ্য কৰি, ৰাজাৰ লগৰ মানুহ পাৎসাৰ আগ কৰি দিলেক। পাৎসা শুনি অসন্তোষ হল। পাচে কবিশেখৰক কানুগোই বিষয়-বিলায়ত কোঁচ-হাজোৰ দিলেক। আনো ৰাজাৰ লগৰ কাকো চৌধাৰী কেতোকো পাটৱাৰী, লস্কৰ বিষয় দি নবাব বিদায় দিলে। ১৮ ॥

---

# চতুৰ্থ আধ্যা।

মকৰম-খাঁৰ কোচৰাজ্য আক্ৰমণ।

বিজয়পুৰত নগৰ।—কামৰূপ বেহাৰত বিশ্বসিংহ ৰাজা কোচৰ। তান পুত্ৰ নৰনাৰায়ণ ৰাজা হল। নৰনাৰায়ণ ৰাজাৰ ভাই শুক্লধ্বজ কুমৰ। তান পুত্ৰ ৰঘুনাৰায়ণ। নৰনাৰায়ণ ৰাজা হৈ আছিতে শুক্লধ্বজ পুত্ৰ ৰঘুনাৰায়ণে নগৰৰ ৰাজ হৈ আপোনাৰ বাহুবলে ৰাজা হল কামৰূপত। আজাৰা গ্ৰামত ঘিলানদী তীৰে বিজয়পুৰত নগৰ পাতি ৰহিল। নৰনাৰায়ণে যুজিবাক মনে সাজি গল। পাচে ৰঘুনাৰায়ণে আপোনাৰ যত মহাদৈ আছে সবাকো ঘোঁৰাত তুলি হাতে ধনু ধৰাই সমুখে পঠালে। নৰনাৰায়ণে বোলে, "পুত্ৰ-বধুসকলেহে যুদ্ধক আহে।" ৰাজা লজ্জা হুয়া উলটি গল, দ্বন্দ-কন্দল নহল। তাত পাচে দুয়ো ৰাজা মৃত্যু হল। ১৯ ॥

চা-জাঁহাক সহায় ভিক্ষা।—বেহাৰত তান পুত্ৰ লখীনাৰায়ণ ৰাজা হল। বিজয়পুৰে পৰীক্ষিতনাৰাণ ৰাজা হল। তাত পাচে দুয়ো ৰাজা যুদ্ধ হল। পৰীক্ষিতে আগবাঢ়ি বেহাৰকো মাৰেগৈ। লখীনাৰাণ বলে নাটে। একদিনা লখীনাৰাণৰ ভাই বলীদেৱনাৰাণক ৰণত পাই তত্কালে পৰীক্ষিতে মাৰিলে। লখীনাৰাণে কিছু কৰিব নোৱাৰি ভাইৰ শোকে চা-জাঁহা পাৎসাৰ শৰণে পশিলেগৈ, বোলে, "মঞি কামৰূপৰ ৰাজা, তোমাৰ আমি ভৃত্য হৈলোঁ। তুমি আমাক পুত্ৰবতে পালা। আমাৰ পিতৃ-পিতামহে সৰ্ব্বকালে ৰাজা আছিল। এখন মোৰ ভাতৃ-পুত্ৰ, পাত্ৰ-মন্ত্ৰী সমে আলচি ৰাজা হৈ মোক দেশৰ ডাকি খেদে। মোৰ সোদৰ ভাইকো মোৰ আগতে

কাটিলে।" এতেকে পাৎসায়ো আগ-পাচ কথা অনেক শুধিলে। পাচে মকৰম-খাঁ নবাবক পাৎসাই পঠাই দিলে। পাৎসা বোলে, "ৰাজাক যিগোটে খেদে তাক ধৰি আনগৈ।" ৪০॥

কামৰূপত যৱন।—মকৰম-খাঁ আহিবাৰ শুনি পৰীক্ষিতে আগবাঢ়ি ধুবুৰিত গড় দিয়া এক বৎসৰ যুদ্ধ কৰিলে। পাচে যুদ্ধ হাৰি ৰাজা ভাগি আহিল। সেই বেলা লখীনাৰায়ণ ৰাজায়ে পাচে ভেটা দিয়া গড় দিলে। তেবে ৰাজা মকৰম-খাঁত ধৰিল যায়। ৰাজাকো পাই ধৰি দিল্লীলৈ দিলে। সেই ৰণৰ পৰা কামৰূপ যৱনৰ অধিকাৰ হল, শক ১৫৩৪। অগ্ৰাণত ৰাজা বন্দী হল। পাচে ৰাজা গৈ পাৎসাৰ হুজুৰ হল। পাৎসায়ে ৰাজাক লখী-নাৰায়ণৰ পাৱ পাকুৰিবাক দিলে। ৰাজা পৰীক্ষিতে বোলে, "মঞি ছত্ৰ-ধাৰী ৰাজা কেমনে পাও পাকুৰিম?" তথাপি ৰাজা পাৎসাৰ আজ্ঞা নকৰিলে; পাৎসায়ো প্ৰশংসা কৰিলে। ৪১॥

পৰীক্ষিতৰ মৃত্যু।—পাচে ৰাজা পৰীক্ষিতে ৭০০০০০ সাত লাখ টকা দিয়া আপোনাৰ দেশক বিদায় কৰিলে। আৰু বীৰনাৰাণ, দপ-নাৰাণ, শূৰনাৰাণ, ভীমনাৰাণ, এই চাৰি বেটাক পাৎসাৰ চাকৰ কৰি দিলে। তেবে ৰাজা আহিতে প্ৰযাগত মৃত্যু হল। লখীনাৰায়ণ ৰাজায়ো পাৎসাৰ আজ্ঞা কৰি আপোনাৰ ৰাজ্যত থাকিল। ৪২॥

বলী কোঁৱৰৰ শৰণাপন্ন।—তাত পাচে শিঙ্গৰিৰে পৰা বঙ্গাল ব্যাপি আছে, স্বৰ্গ মহাৰাজালো লোকে তৈৰে পৰা সমস্তে আছে। এইমতে দুই বৰিষ গল। সেই বেলা পৰীক্ষিত ৰাজাৰ ভাই বলী কোঁৱৰে বঙ্গালত ভয়ে পলাই আহি ৺দেৱতাৰ পাৱত শৰণে পশিলহি, বোলে, "আমাৰ বংশে গৰিমা-সাগৰত মজিলে। স্বৰ্গদেৱ, তুমি ৰক্ষা কৰা।" শক ১৫৩৬, মাস ফাল্গুণ। মহাৰাজাৰে এই কথা শুনি কিছো গৰিহা কৰিলে, বোলে, "মঞি মানুহ পঠাই কহিবাক দিলোঁ। ককাই ৰাজা মোৰ ঠাইত ভাগি আহোক; মঞি দক্ষিণে থাকিম, ককাই উত্তৰে থাকিব। বঙ্গালক মাৰিম। ককায়ে বুলিলে, 'দেৱ কুটুম্বিত কৰি, মঞি কোঁচা কাম নকৰোঁ, পকা কামহে কৰোঁ। এখন মঞি পাৎসাৰ ঠাইকহে যাম। তেবেসে মোৰ বৈৰীক উচ্ছাদ কৰিব পাৰিম।' এতিয়া সকলে কাৰ্য্য-কাম সিদ্ধি হল। তথাপি মই তোমাক ৰক্ষা কৰিম। আৰ বঙ্গালকো মাৰিম।" এই বুলি নিৰ্ভয় দি ৰাখিলে, আৰু কন্যা, গ্ৰাম, হস্তী-ঘোঁৰা, দাস-দাসী, ৰাজযোগ্য অলঙ্কাৰ আনো বিস্তৰ বস্তু দিলে, মাস ফাল্গুণ, শক ১৫৩৬। ৪৩॥

# পঞ্চম আধ্যা।

## হাজোত সত্ৰাজিত।

মহাৰাজাৰ বঙ্গাল অনুসন্ধান।—সেই বেলা বঙ্গালৰ ৰতন-ছা নামে এক সদাগৰে শিঙ্গৰিত আগৰ কাষ্ঠ কিনি আছে। মহাৰাজাৰ আজ্ঞায়ে তাক তৈৰে পৰা হাবুং চেতিয়ায়ে খেদি পঠালে আৰু আগৰ কাঠকো কাঢ়ি ললে, বোলে, "কোঁচ ৰাজাক মাৰি আশ পালি। সেইমতে আমাকো ছলছে চা।" আৰু সেই বেলা মহাৰাজায়ে চেংধৰাক পঠাই দিলে বঙ্গালৰ বাৰ্ত্তাক জানিবাক প্ৰতি: তাক বচনেও এইখান বুলিলে, "কাজলীমানে ফুৰিবিগৈ, বঙ্গালক পালে নেৰিবি।" ৪৪ ॥

সত্ৰাজিতৰ অসম আক্ৰমণ।—তাত পাচে চেংধৰা গৈ বঙ্গালৰ দুখান নাও পাই তাক মাৰিলেগৈ। দুটা মানুহ কাটি তাৰ মাথা আনিলে। এই কথা বঙ্গালৰ লোকে গৈ হাজোত চৈয়দ বাবাকৰ প্ৰমুখে যত ওমৰাও আছে তাৰ আগে সমস্তে বৃত্তান্ত কলে, বোলে, "পাৎসাক লাগি যত আগৰ কাষ্ঠ কিনিলোঁ, সমস্তে আচামে লুটিলে আৰু দুইখন নাও মাৰিলে। দুই মৰ্দ্দকো কাটি মাথা নিলে।" তেবে চৈয়দ বাবকৰ নবাবে সত্ৰাজিতক পাঞ্চিলে; চেংধৰা, হাবুং চেতিয়া, মদ-মখোৰা, মনপক, ধৰি আনেগৈ বুলি। পাচে সত্ৰাজিতে তিনিকুৰি নাৱেৰে কলঙ্গে উজাই আহি সলা মাৰিলেহি। চেঙ্গৰ দুই মৰ্দ্দকো কাটি মাথা আনিলে। তেবে চৈয়দ বাবাকৰ নবাবে চেংধৰা, হাবুং চেতিয়া, মদ-মখোৰা, মনপক, চাৰি পানীসিয়া বিশ্বনাথৰ ওপৰে আতাল-গুৰি সোমালগৈ পলাই, ধৰি আনিব নোৱাৰিলে। সত্ৰাজিতে আৰু ৰাজাৰ ভাণ্ডাৰৰ লুটি সকলো সৰ্ব্বস্ব নিলে। সলাৰ দেৱঘৰৰ নটিনীকো নিলে, আৰু তিনিদিন ৰহি ভটীয়াই গল। সেই কালৰপৰা বঙ্গালেৰে আহোমৰে যুদ্ধ লাগি গল, শক ১৫৩৬। ৪৫ ॥

যুদ্ধৰ আয়োজন।—বৈশাখ গত জৈষ্ঠ প্ৰবেশ সংক্ৰান্তিৰ দিন। যৈসানি ভুৰ্ব্বকক আহোমে মাৰিলে তাৰ পৰাহে কালে আনি যুদ্ধ লগালে। তাত পাচে বঙ্গালৰ বাৰ্ত্তাক স্বৰ্গমহাৰাজা পাই তিনিজনা গোহাঞি প্ৰমুখে যত বৰুৱা, সন্দিকৈ, পাত্ৰ, চেতিয়া, সবাকো আজ্ঞা কৰিলে। ডাঙ্গৰীয়াসবে৷ সমস্তৰে সাজু হৈ দিখৌমুখে থানা দিয়া ৰহিলগৈ। বঙ্গালেও এই কথা শুনি গুৱাহাটীক আগ হুয়া ৰহিল। ৮ও গড়গ্ৰামৰপৰা চিনাতলিত ৰহিলগৈ, আষোঢ়ৰ এক পক্ষ আছিতে। ৪৬ ॥

বঙ্গালৰ আক্ৰমণ।—পাচে চাউলাই কোঁৱৰৰ প্ৰমুখ্যে খাম্পুত বৰগোহাঞি লাকো বৰপাত্ৰৰ আনো ৰজাবৰ্গ সমন্বিতে যত লোক চামধৰাত ৰহিলগৈ। পাচে মহাৰাজাও গৈ আগিয়াবন্ধত ৰহিলগৈ। বঙ্গালেও বাৰ্ত্তাক পাই সাজু হুই আহি ভড়ৰী কাষৰে ৰহিলহি। আহোমো ভড়ৰীক মধ্য কৰি গড় দিয়া থাকিল। এইমতে এক মাস দেখা দেখি হুয়া থাকিল। আহোমৰো আগ্ৰ-আন সেনামানে ভড়ৰী কাষৰে গৈ বঙ্গালেৰে মাতামাতি কৰি থাকে। পাচে একদিনা বঙ্গালো ঘোঁৰা নাৱত তুলি কাপৰে নাকি ভড়ৰী পাৰ হৈ আহোমক ধৰিলে। পাচে বৰচেতিয়াৰ পুত্ৰ ৰতীয়াডেকাক কাটিলে, খিংচাপাত্ৰক ধৰি নিলে, পিঙ্গলীয়া গোহাঞি পলাই এৰাল। আনলোকো কিছু পৰিল, পুষ, গল। ৪৭ ॥

আহোমৰ পলায়ন।—শুক্ৰবাৰে মাঘৰ সংক্ৰান্তিৰ দিনা, তেলে সমস্তে ৰজা, আন লোকসবো ভাগি আহি ভড়ৰী গড় এৰি চামধৰাত ৰলাহি। পাচে ৺ৰে এই কথা শুনি আপোনাৰ দদায়েক চাউলাই কোঁৱৰক সদাৰে উপৰি অধিকাৰ কৰি দিছিলে, তাকো মাৰিবাক মনে ধৰি আনিলে। পাচে আইকুঁৱৰীয়ে মাতিহে এৰুৱালে। আৰু বৰগোহাঞিৰ নেওগ ৰুৰুং চেতিয়াৰ নাতি, বুঢ়াগোহাঞিৰ নেওগ লেচাই-ফিচিকা, বৰপাত্ৰ-গোহাঞিৰ নেওগ পোৱালি লাখুম গোহাঞি, এই সমস্তকে খঙ্গি ধৰি আনিব দিলে। ৪৮ ॥

যুদ্ধৰ যোগাৰ।—পাচে সেই বেলা হাডি, মতি, প্ৰমুখ্যে যতেক আনো গড়ভিতৰিয়া কাড়ী আছিল সবে ৰাজাক বুলিবাক লাগিল, "স্বৰ্গদেৱ! তুমি মহাৰাজা হৈ কি কাৰণে বালিত দুখ পাই আছা, আমাক যুদ্ধলৈ কিয় পঠাই নেদা? আমাক কি কাৰণে কাণ্ড-ধনু শিকাইছা?" তেবেসে লেচাম চিৰিং প্ৰমুখ্যে যত আনো গড়ভিতৰিয়া কাঁড়ী আছিল সকলোকো পঠাই দিলে, ভড়ৰীৰ গড় পুনৰ্ব্বাৰ নবীন হব তেন বুলিলে। এই কথা গোহাঁইবোৰে শুনিলে, বোলে, "তিনি নেওগ সমে কোঁৱৰক যে ধৰি নিলে আমাতেহে খঙ্গে।" ৪৯ ॥

যুদ্ধ-যাত্ৰা।—পাচে ৰাজাগণে সমে গোহাঞিবোৰে আসচ কৰি ভড়ৰীয়ে উজাই তিনি খন দলং বান্ধিলে ভড়ৰীত পাৰ হৈবাক লাগি। পাচে এই কথা ৺ৰে শুনি চাউলাই কোঁৱৰকো তিনি নেওগকো নামাৰি পঠাই দিলে। পাচে খাম্পুত বৰগোহাঞি, লাকু বৰপাত্ৰ, তিপাম ৰজা, নাম-ৰূপীয়া ৰজা, চাৰিং ৰজা, কনঞ্চ সন্দিকৈ, বকং বৰচেতিয়া, লেচাঙ্গ-পেঙ্গৰ,

পুত্ৰ, মৰাণ কোঁৱৰ, শ্ৰীকল বৰা, হাতীবৰুৱা, ৰেটুৱা বৰা, এই সমস্তে তৰুৱা হৈ গল। সেই সকলৰ উপৰি চেংধৰা ৰাজনেওগ হৈল। লেচাম সন্দিকৈ পিকচাই চেটিয়া, লেচাম-পম ভণ্ডাৰী, লাঙ্গু নেওগ, চিৰিংদাং, চাউলাপামা, লাঙ্গি নেওগ ফুলকুমৰৰ পুত্ৰ লালুক গোহাঞি, চাওদাং বৰুৱা, এই সমস্তে নাৱে গৈল। আনো যত যুদ্ধাৰু তাৰ কোনে অন্ত পাইব। ক্ষুদ্ৰ বৰুৱা-সবৰো আন সেনাগণৰ বা কোনে অন্ত পায়। ১২০ চকুৰি মৈদাৰ হস্তী আগুৱান হুই যায়। ৫০ ॥

যুদ্ধাৰম্ভ।—মাঘৰ ১৫ দিন যাওতে শনিবাৰে প্ৰভাতে অৰুণোদয় বেলাত নাৱে-তৰে চাপি যুদ্ধ ধৰিলে ; হাতীয়ে আগবাঢ়ি গড় ভাঙ্গি উঠিল। পাচে সেনাসকলো উঠি যাকে যতে পালে তাতে কাটিবাক লাগিল। বঙ্গালো সাজু হুইবাক নাপালে ; কতো বিভঙ্গে পলাই কটা গ'ল, কতো অস্ত্ৰ-শস্ত্ৰ ধৰি যুজিলে। বঙ্গালেও কিছু কৰিব নোৱাৰি বামৰপৰ হুঁইকি লোহিতৰ নিকটে বালিত চাপি ৰহিল। সেই সময়ত ১২ টা চিপাহী কেঁৰা গোহাঞি সমে তাৰ কিছু সৈন্য লগত লৈয়া খোঁৱায়ে চৰিয়া আহোমৰ বেহু ভাঙ্গি বাজ হুয়া পলাই গ'ল। সত্ৰাজিতো দুখন নাৱেৰে কৈদৰ মাজৰ পৰা এৰাই গ'ল। ৫১ ॥

বঙ্গাল বধ।—আহোমেও পাচে যত বঙ্গাল ভগাইলে তাক খাগৰিৰ গড় দিয়া থলে। তাৰ মাজৰ পৰা দান্তে খেৰ লৈ যি আছে তাক নাকাটি পাৰকৈ আনে। সেই বেলা বৰগোহাঞিয়েও আখো গোহাঞিকো আপোনাৰ ভিতৰ কৰি আনিলে। একৰাতি তেনেমতে বেৰাৰ ভিতৰতে বঙ্গাল আছিল। আন দিনা এক প্ৰহৰৰ উপৰে সবো বঙ্গালক বেঢ়ি কাটিলে। বঙ্গালৰ সবাৰে উপৰি ডাঙ্গৰ যি চৈয়দ বাবকৰ নবাব সিও পৰিল। ভগবান বক্সি, গকুল চান্দ, জাহিৰ-বেগ, মীৰ্জা-মখি, জামাল-খাঁ, দক্ষিণে আহলাদ-খাঁ এই সব কটা গ'ল। ৰাজা জগদেব, গন্ধৰ্ব্বৰায়, ৰাজাৰায়, কালাৰাজা, হাড়া প্ৰতাপসিংহ, ইন্দ্ৰমণি, নৰসিংহৰায়, ভগৱানৰায়, কৰ্ম্মচন্দ, এই সমে ১০ ৰাজা দান্তে খেৰ ধৰি বোলে, "আমি মহাৰাজাৰ শৰণীয়া বন্দী হৈলোঁ, আমাক নাকাটিয়া।" পাচে তাসম্বাক নাকাটিলে। ৫২ ॥

বঙ্গাল-বন্দী।—এই কথা বৰৰুৱাবোৰে ৬ৰ চৰণৈলে জনালে। পাচে মহাৰাজা মানুহ পঠাই গলে হেঙ্গুলীয়া ডাকুৰ দিয়া গড়গ্ৰামক অনালে। আৰু সত্ৰাজিত মোহনগিৰিনায়ো ভেটি ধৰি আনিলে। আৰু যি বঙ্গাল কাও

বাৰু এৰি ধৰিল তাকো নাকাটি ধৰি আনিলে। থানো বঙ্গাল সমস্তে কটা গ'ল। আহোমৰো তৰে হাতীবৰুৱা পৰিল, শ্ৰীফল বৰা, মনল বৰা পৰিল। নাৱত পৰিল লেচান সন্দিকৈ, চিৰিংদাং। তেবে সেই বেলা ৺দেৱৰৈ জনালে, "বঙ্গাল ৰণত ভঙ্গ হল আৰু খাগবিৰ তিনি তৰপীয়া টাটী দিয়া বঙ্গালক বেঢ়ি থৈছোঁ।" পাচে এই কথা মহাৰাজা শুনি তৎকালে খেদা পঠাইলে, বোলে, "বঙ্গালক নাকাটিব। কেনুৱা উমৰাওবোৰে লোক যুজিবলৈ আহি আছে তাক মই চাবলৈ যাওঁ।" এই বুলি খেদা পঠিয়াই দিয়া ৺দেৱে চামধৰাৰৈ গল বঙ্গালক চাবৰ মনে। ৫৩ ॥

আহোমৰ জয়।—পাচে মহাৰাজাও শুনিলে সমস্ত বঙ্গালক কাটি গোহাঞিবোৰ পাব হৈ আহিল হেন। এই দায়তে ৰাজাৰ দদায়েক চাউলাই কোঁৱৰকো মাৰিলে। গোহাঞিবোৰকো নেওগবিলাককো কাটিলে। বৰুৱাং চেটিয়া পলাইছে এবাৰ। তিনিজনা গোহাঞিকো খঙ্গিলে। তিনিজনা গোহাঞিয়েও বুলিলে, "আমি কেনে ৰণ বাটাই খম।" বঙ্গালক কাটি মাৰি পালে হস্তী ১২ টা, ঘোঁৰা ৯০০, আৰ যত কাও লাগি মৰিল আৰু বাজত বাজু-বন্ধা ঘোৰা কাটিলে, তাৰ কোনে অন্ত পাব? বাচৰু নাৱ ২০০ আৰু বঙ্গালৰ যতেক হিলেদাৰী ততেকৰ ততেক ভিলৈ, তৰোৱাল, বাৰু, জমদাৰ, খণ্ডুৱা, এই সকলৰ সীমা নাই। সমতা পালে ৮৪, যি কিছু আহিলা-পাতি লোহিতে পৰিল তাকে মাত্ৰ নাপালে। শক ১৫৩৭, মাস মাঘ, ১৬ দিন গতে, দেওবাৰে, তেবে সেই বেলা হাবুং-পিকচাই সহিতে আহোমে গৈ কাজলীত থানা কৰি ৰহিল। ৫৪ ॥

মহাৰাজা ডিমৰুৱাৰ পৰাকী।—১৫৩১ শকত, আৰ নৰনাৰায়ণৰ দিনত কছাৰীৰ পৰা ডিমৰুৱা ৰজা চৈধ্য হাজাৰ লোকেৰে ভাগি আহিল। বাঠোৰ ভাই পান্থীশ্বৰ ৰজালৈ নৰনাৰায়ণে দাঁতিৰ আঠাৰে ৰাজা তলপ কৰি দিলে। পান্থীশ্বৰৰ বেটা চক্ৰধ্বজ ৰাজা হই নৰনাৰায়ণৰ ঠাইক নাযায়। পাচে নাযাবৰ হুই ১২ বৎসৰ বন্দী কৰি থৈছিল। চক্ৰধ্বজৰ বেটা পোৱালসিংহ; পোৱালসিংহৰ বেটা ৰত্নাকৰ, প্ৰভাকৰ ৰাজা হল। সেই বেলা মকৰম-খাৱে পৰীক্ষিত ৰাজাক ধৰি নিলে। সেই সময়তে জয়ন্তাৰ ধনমাণিক ৰাজায়ে ডিমৰুৱাক মাৰি প্ৰভাকৰক ধৰি নি বন্দী কৰি থৈছিলে। পাচে যশমাণিক ৰাজা হৈ প্ৰভাকৰক বাঁটা দি মেলি পঠালে। পাচে প্ৰভাকৰৰ বেটা মঙ্গল

ৰাজা কাত্তৰীত হাবু-পিকচাইৰ ঠাইক আসি মহাৰাজাত শৰণে পশিলহি। মহাৰাজাও বঁটা-বাহন ছেঙ্গদান্ কন্যা হস্তী দি বিদায় দিলে। সেই কালৰ পৰাহে ডিমৰুৱা মহাৰাজাৰ হ'ল। ৫৫ ॥

দৰঙ্গ ৰাজা ধৰ্ম্মনাৰায়ণ।—তেৱেসে মহাৰাজা বলীকোঁৱৰক ধৰ্ম্ম-নাৰায়ণ নাম দিয়া দৰঙ্গত ৰাজা পাতিলে। আৰ চন্দ্ৰনাৰাণ, ৰূপনাৰাণ প্ৰমুখ্যে পৰীক্ষিত ৰাজাৰ যত কোঁৱৰ আছিল সবে আসি মহাৰাজাক সেৱা কৰিলেহি। তেবে মহাৰাজাৰ প্ৰসাদে গ্ৰাম ভূমি লৈ ৬তাক সেৱা কৰি থাকে, কতো দেশক যায়। আৰু দখিণকূলীয়া ডিমৰুৱা আদি কৰি যতেক ৰাজা আছে সবে আসি ৬দেৱক সেৱা কৰিলেহি কোড়, কপাহ, কাপোৰ আদি আনো সম্ভাৰসকল লৈ; আশ্বিন মাসে, শক ১৫৩৮। তেবেসে ১৫৩৮ শক মাঘত চামধৰাত গড় বান্ধিলে। ৰাজাৰ কোঁৱৰ লৰি গোহাঞিৰ মৃত্যু, শক ১৫৩৮। ৫৬ ॥

বঙ্গাল ধৰিবৰ কন্দি।—আৰ পুনৰ্ব্বাৰ দখিণকূলীয়া, উত্তৰকূলীয়া, নেকেৰীয়ে ৬তাক উদাম কৰালেহি, বোলে, "স্বৰ্গদেৱ মহাৰাজ, আমি যতেক নেকেৰি আছো সমস্তকে ৰাজা পৰীক্ষিতে তোমাৰ দুই পাৱৰ তলে দি গৈছে; আৰু বুলিলে, 'মোৰ যত কোঁৱৰ-কুৱৰী আৰ যত বালেক আছে সবাকো দেৱ-কুঙৰৰ ঠাইতেহে ভাত, আন ঠাইত তাৰ ৰক্ষা নাই।' এখন স্বৰ্গদেৱে যদি আহা কৰে হাজোত গিবা বঙ্গালখানি আছে তাক ধৰিবাক প্ৰতি, আমাকো দেৱৰ লোকজনকো পাঞ্চোক; দেৱৰ লোকক পাচ কৰি আমি আগ হৈ ধৰিমগৈ; এতেকে দখিণকোল উত্তৰকোল সমস্তে ৬তাৰ হব।" এই কথা শুনি মহাৰাজা আনন্দিত হ'ল, ভাল বুলি শলাগিলে। ৫৭ ॥

চামধৰাত গড়।—পাচে আঘোণত মহাৰাজাৰ আজ্ঞায়ে তিনি জনা গোহাঞি প্ৰমুখ্যে সমস্তে সেনা চেচামুখে গড় দিয়া ৰহিলগৈ, মহাৰাজাও চামধৰাতে ৰহিল। এইমতে মাঘ গ'ল। বঙ্গালো ছেক-কমল প্ৰমুখ্যে হাজো পৰ্ব্বত জুৰি আছে। পাচে আহোমে পৰ্ব্বতক বেৰি গড় দিলেগৈ। আৰ দক্ষিণে বা যত নাৱ আছিল, তাক ভাণ্ডাৰী গোহাঞি প্ৰমুখ্যে লোহিতে গৈ ভেটিলে। ৫৮ ॥

বঙ্গালৰ পলায়ন।—বাইৰো ধৰ্ম্মৰাজা পূবে-উত্তৰে তিনিজনা গোহাঞি প্ৰমুখ্যে ৰহি আছে। বঙ্গালো ভাগিবাক সাজু হৈল। তেবে সেই সময়তে লেচাম-চিৰিঙ্গে তিনিজনা গোহাঞিকো ঘালি-বচন বুলিলে, "বঙ্গাল যে ভাগে

তোমালোকে নধৰ কিয়?” এই বুলি লোকসকলোকো কোবাই যুদ্ধক সমুখে পৰ্ব্বতত তুলি দিলে বঙ্গালক কাটিবাক প্ৰতি। বঙ্গালো সাজু হুই আছে। পাচে মনত দুখে তিনিজনা গোহাঞি আনো সকল আহোম পৰ্ব্বতত উঠি যাওঁতে বঙ্গালে ঘোঁৰা মেলি যাকে যৈতে পালে তৈতে কাটিলে। থক্‌বক্ বুঢ়াগোহাঞি পৰিল। নাৰ-নাৰৰা, আহিলা-পাতি, যত হিলৈ, সকলে পৰিল। যত লোক পৰিল তাৰ সীমা নাই আৰু হস্তী পৰিল ৮০ কুৰি। কেঁৰা গোহাঞিয়ে থানুৱা কনাই হাতীক ধৰিলে। পাচে তাক আচাৰ মাৰি পেলাই নগৰক আহিল। পাচে যুদ্ধ হাৰি পুনৰ্ব্বাৰ কাজলীত ৰহিলহি, শক ১৫৩৯। ৫৯ ॥

বিষয়াৰ শাস্তি।—পাচে ৮ৰে খাম্প্ৰুত বৰগোহাঁই তিপাম ৰাজাক লোহাৰ ডিঙ্গৰা ভৰাই আনিলে খঙ্গি, ওপৰে পিকদান ধৰি আহিল। লাঙ্গু নেওগক মূৰত কোবাই মাৰিলে। লেচাম-চিৰিং, লালুক-ফুকন, লাহন, তিনিকো কাঁইটেৰে চেপি মাৰিলে চিনাতলিত। আৰু উত্তৰকোলৰ ভূঞা, মৰঙ্গিৰ হাজৰিকিয়া, শইকীয়া, এইসকলক যাক পালে সবাকে মাৰিলে। সেই সময়ত লাঙ্গিক বৰফুকন নাম দি কাজলীলৈ পঠালে। সেই সময়ৰ পৰাহে বৰফুকন নাম হল। ৬০ ॥

সন্ধিৰ যত্ন।—পাচে মহাৰাজা গড়গ্ৰামক আহিল। সেই বেলা দ্বাৰিকাত পাট ললে। তাত পাচে ছেক-কমলৰ আগত বিৰু-কাজিয়ে বোলে, “নবাবৰ আজ্ঞা হলে আচামক মিল-প্ৰীতি কৰাই হস্তীদন্ত, আগৰ কাষ্ঠ অনাই দিব পাৰোঁ।” নবাবেও ভাল বুলি শলাগিলে। বিৰু-কাজি আছিল আগিয়া-ঠুটিত, আমাৰ লাঙ্গি ফুকন আছিল কাজলীত। পাচে বিৰু-কাজিয়ে আগ-চকী অশ্বক্ৰান্তলৈ আহি লাঙ্গি ফুকনৰ ঠাইলৈ প্ৰীতিৰ কাৰণ কৈ পঠালে আমাৰ চকীয়ালতকৈ। ৬১ ॥

বিৰু-কাজি বন্দী।—পাচে ফুকনেও এই কথা ৮ত জনালত ধৰাদ্ধৰ কটকীক পঠাই বোলে, “ফুকনেও তাক উপাই কৰি কাজলীলৈকে অনাব।” পাচে ফুকনৰ আজ্ঞায়ে ধৰাদ্ধৰে সত্য-শপত কৰি কাজিক উপাই মন্ত্ৰণাৰ দ্বাৰায়ে নাৱত তুলি আনিলে। পাচে কাজিয়ে উমানন্দৰ সেইখানিতে বুলিলে, “ধৰাদ্ধৰ, দেখ, মোৰ কমৰত দুই তৰোৱাল আছে, তোৰ নাৱৰ দুই বাৰৰ মনুষ্য খৰাপ কৰিলোঁহতে, যাতো তএো ব্ৰাহ্মণ আৰু পুৰোহিতো, দুয়ো ব্ৰাহ্মণৰ কোনোখান হয় বুলিহে হাত জপাই ৰহিলোঁ। মোৰ কপালে

যিখান হই সেইহে।" পাচে কাজলী পালেহি। ফুকনে কথাবাৰ্ত্তা হৈ বোলে, "ভাল, কাজি যে আহিছে ৬ক সেৱা কৰি আঁহকগৈ। এই বুলি মন্ত্ৰণা কৰি গড়গ্ৰামলৈ পঠালে। পাচে ধনাদ্ধৰে নি ৬ৰাজাক হুজুৰ কৰিলে। ৬এ বোলে, "কাজি এখন থাকক, মোকে বঙ্গালকে মিলাব নোৱাৰে মানে।" এই বুলি বাঘচোৰাত ঘৰ-দুৱাৰ সাজি দি ৰাখিলে, যাবলৈ নাপালে, শক ১৫৪০, মাস জৈষ্ঠ। ৬২ ॥

তিনি কুঁৱৰীৰ মৰণ।—তাত পাচে পাৎসাৰ ভাই মীৰ্জা-নাথন দক্ষিণকোল পাৰ হৈ ধৰ্ম্মনাৰাণক ধৰিলেগৈ, তেনে ৰাজা পলাই এৰাল। তিনিজনা কুঁৱৰী হাতীৰ ওপৰত গুলী লাগি পৰিল। পাচে আহোমে খেদি গৈ যুদ্ধ দিলে, তেৱে মীৰ্জা-নাথন ভঙ্গ খাই পলাল। হাড়িমহিয়ে একলে খেদি গৈবা পৰিল। ৬৩ ॥

সত্ৰাজিতৰ আক্ৰমণ।—পাচে সেই সময়তে মানোগোবিন্দেও আহোমৰ লগ লৈয়া কৰৈবাৰী সীমা কৰি দখিণকোলে ৰাজা হ'ল। বঙ্গালো দখিণকোলে পাৰ হুইবাকো নোৱাৰে, তাৰ লগে মহাৰাজা ২০০০ কাণ্ডী দিয়া যিহেতু আছে। সত্ৰাজিতে লোক তুলি মামোক মাৰোঁগৈ বুলি আহিল, আহোমৰ কাৰণে নোৱাৰে। সত্ৰাজিতৰ ভতিজাক ইন্দ্ৰনাৰাণ পৰিল আৰু ভৱানীৰায় পৰিল। এইমতে উত্তৰে দক্ষিণে বনে লুকাই কড়াই মাৰে, দেখাই দ্বন্দ নকৰে, সত্ৰাজিতে দুৱাৰলৈ আহি আছে দণ্ডে হাত ভাগে। ৬৪ ॥

শৰণাগত সত্ৰাজিত।—পাচে সত্ৰাজিতে কিছু কৰিব নোৱাৰি মহা-ৰাজাক বাপ নিকি আৰ্জীস কৰি পঠালে উমৰ কানাই দুই মুদ্দৈত কৰি মহা-ৰাজাৰ ঠাইক লাগি। লাহৰি, পামৰু, তাৰ, মুক্তা, প্ৰবাল, আনো বাখৰ সকল দি পঠালে। আৰু পত্ৰত লেখিলে, "মহাৰাজৰ বেটা হৈলোঁ, ৬ৰাজা যদি বেটা বোলে বেটা, নফৰ বোলে নফৰ। মঞি যেমতে দুৱাৰত ৰহো তেমত কৰিব।" ৬৫ ॥

সত্ৰাজিতৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি গুণিগণ-গণনীয়-পৰমপবিত্ৰ-যশোৰাশিমণ্ডিত-

দিগাদিগন্তবাদাৰি-পটলোৎপাটিল-শ্ৰীশ্ৰীমহাৰাজা-প্ৰচণ্ডপ্ৰতাপেষু—

দোয়াসসালাম লেখনং কাৰ্য্যাঞ্চাগে তোমাৰ কুশল হামেচা চাহো ফেৰ হামাৰে মিয়াৰ খোৰ হোএগা আৰ তুমি এতবাৰ নগুজাস্ত

ও আমাৰে ৰোখ চোৰো খহোএ শ্ৰীশ্ৰীযুত খুৰমল্লুক ৺৺স্বৰে ৺ৰ চৰণত দৰগাতে মই সড়সোড় দেহঙ্গা তোমাৰি খেজমতেত চাকৰি দৌড় কৰোহো অতএব ফিলজিমিল্লা ৰায়তেৰ খোচ হানিক হোৱে। মিন্‌জুম্লা ৰায়তেৰ খোচ হানিক হোএ আৰ অনিকালেখানাভিহে পৰং উমৰ কানাই কহিবেক হাঁজিৰ আপোনে কাজ গুজায় হাফিদ্দক্কাজ হান. ইতি জিসকাজ। শক ১৫৪১, ফাগুন ১২।

সন্দেশ—দোলচা ২০ কুৰি, লাহৰি ২০ কুৰি, পাসৰু ১৩ খন, চিটি ৫০ খন, টাৰ ৪০ কুৰি, পোৱাস ২০ ধাৰ, লং ২ মোণ, জাইফল ১ মোণ, সফেদ কাঠ ৪ সেৰ, লাল ২ সেৰ, সত্ৰাজিতৰ পত্ৰ লেখা। ৬৬ ॥

মহাৰাজৰ মিত্ৰতা।—পত্ৰ শুনি ৺দেৱে বুলিলে, "ভাল, মোক সি বাপ বুলিলে মইও বেটা বুলিলোঁ। পুত্ৰ হলে পিতৃৰ বচন কৰিব লাগে।" এই বুলি কমললোচন কটকীত কৰি সোণৰ নালীয়েৰে ৰূপৰ জৰা, তাৰ ভিতৰত উত্তম জল দিয়া পঠালে আৰু উত্তম চাউল, লোণ দিয়া পঠালে। মহাৰাজা বোলে, "পুত্ৰ হলে মাতৃৰ স্তন খাব লাগে; এই পানীয়ে জানিবা স্তন। তাৰ দেশত যিহেতু লোণ চাউল খালে হাৰাম নকৰে হেন শুনিছোঁ।" পাচে সত্ৰাজিতেও মহাৰাজাকো সাতসেৰা কৰি জৰাতে পানীকো, চাউলকো লোণকো খালে। আৰু পাটি কাপোৰ, চিকণ কাপোৰ, ঝালুক, আগৰ কাঠ তাক প্ৰতি দিলে তাৰ মাইদেসকললৈ আইকুঁৱৰীৰ নামে আহোম মেখেলাৰে এক যোৰ কাপোৰ দিলে। মহাৰাজাৰ আজ্ঞা প্ৰাণটাঙ্কিও কৰিছে, এইমতে কতোদিন মিত্ৰৰতীতে আছিল। সেই সময়তে ভেলাইক দুৱাৰলৈ পাঞ্চিলে তেবেসে হাটি-বাটি হ'ল। জাতো সত্ৰাজিতে হাটি-বাটিৰ কথা কলে কটকীৰো আয়াযাত হ'ল। ৬৭ ॥

ঢকাৰ কটকীৰ আগমন।—তাত পাচে ঢকাৰ নবাবৰ অনুমতিয়ে হৰিবলছায় সোণাৰি মুদৈক বোলে, "ঢকাৰ নবাবেৰে ৺এ একলাস পৃত কৰাইবা" বুলি, বাজিত-খাঁকে গোপালকে সোণাৰি মুদৈৰ লগত পত্ৰ-সন্দেশ দি পঠাই দিলে, টাৰ প্ৰৱাল, সোণাৰ মলমকৰা পীৰা ১খন। পাচে সোণাৰি মুদৈয়ে বঙ্গালৰ কটকীক কুৰুৱাত থৈ কাজলীত বৰফুকনত জনালেগৈ। সত্ৰাজিতে সজাতিত কৰি বৰফুকনলৈ কৈ পঠালে, বোলে, "ঢকাৰ নবাবৰ কটকী আহিলে তোমাৰ আমাৰ প্ৰীতিগোটা কেমনে ৰহিব। ঢকাৰ নবাবৰ কটকী যেমনে আহিব নাপাই তেমনখান কৰিব।" পাচে ফুকনে সজাতিকে ফুকনৰ ভায়েক

লেচাম ডেকাক দুইতকৈ ৺লৈ কৈ পঠালে. বোলে, "সোণাৰি মুদৈয়ে ঢকাত বঙ্গালৰ আগত আমাৰ সকলে সম্ভেদ কথা কৈ ৺ৰে প্ৰীতি কৰাব পাৰেঁ।" এই বুলি উকিল-পত্ৰ আনিছে। ৺ৰ বচন হলেহে আনিব পাই।" ৬৮ ॥

মুদৈৰ মৰণ ।—পাচে এই কথা শুনি ৺এ বোলে, "সি ব্যপাৰি, ব্যপাৰৰ কাম কৰিব। মোৰ সম্ভেদ কথা কৈ কেমনে উকিল-পত্ৰ আনিছে ?" এই বুলি ৺এ সোণাৰি মুদৈক, জয়হৰি মুদৈক, নৰহৰি মুদৈক, এই তিনিক কুৰুৱাতে কাটি পটুৱাৰ ভূৰ বান্ধি উটাই পঠালে; আৰু পাইকো কাটিলে দুকুৰি ৪০। কুৰুৱাৰ পৰা বঙ্গালৰ কটকীক ওলটাই পঠালে। ৬৯ ॥

সত্ৰাজিতলৈ কটকী।—তাত পাচে কলীয়া কটকীক সত্ৰাজিতৰ ঠাইক পঠাইছিলে। পাচে কটকীৰ বস্ত্ৰ চোৰে নিলে, এই কথা সত্ৰাজিতে শুনি পিতলৰ কলহ ১ যোৰ, কাপোৰ ১ যোৰ, ৰূপ ২০ সেৰ আৰু খাবৰ বস্তুজাত সহিতে দি পঠালে। নাৱবৈচাক কিছু নিদিলে। পাচে আহিলত নাৱ-বৈচায়ে মহাৰাজত গোচৰ দিলে, বোলে, "৺ৰ কটকী হৈ যে বঙ্গালত বস্তু খুজিব পাইনেকি ?" পাচে মহাৰাজা দায়ী ধৰি সুধিলত কটকীয়ে বোলে, "মোৰ বস্তুজাত চোৰে নিবৰ শুনি আপুনিহে দি পঠাইছে, মই খোজা নাই।" ৺এ বোলে, "এই কথাকে কোনে জানে ?" কটকীয়ে বোলে, "ভেলাইয়ে জানে, আগচকীয়ালে জানে।" ৭০ ॥

কটকীৰ কাৰ্য্য।—পাচে ভেলাইত লাঙ্গি ফুকনক সুধিব দিলে। কটকীকো ভণ্ডাৰী গোহাঁইক বন্দীকৈ থব দিলে। পাচে সাত কটকীৰ লগত বন্দীকৈ থলেনি। একদিনা মহাৰাজা পৰ্ব্বতৰ পৰা আহোঁতে হাতী-শালত দেখি সাতকো কাটিব দিলে। ভণ্ডাৰী গোহাঁয়ে যাতো সাতৰ লগত থলে, এতেকেহে সাতৰ লগত আঠকো কাটিবলৈ ডঁবিকা কাখৰলৈ নিলে। কলীয়া কটকীয়ে বোলে, "সাতোটাহে কাটিব দিছে, মই ইহঁতৰ লগৰ নহওঁ। মোক আন দাইতেহে বন্দী কৰিছে।" তথাপি নেৰোতে টকা যাচিলে, ধৰাদ্ধৰে টকা দি এৰাল। তাত পাচে লাঙ্গি ফুকনে সোধ-পোচ কৰি জনাই পঠালে, বোলে, "হই, সত্ৰাজিতে শুনি আপুনিহে দিলে।" ৭১ ॥

সত্ৰাজিতক ধৰিবৰ উপায়।—পাচে ৺দেৱে কটকীক আনিব দিলে। পাচে ভণ্ডাৰী গোহাঁয়ে কাটিবৰ কথা কলত ৺দেৱে বহু অসন্তোষ কৰিলে, গোহাঁইকো দায় ধৰি খঙ্গিলে। বৈচাৰ-বৰা শইকীয়াকো কাটিলে, চাও-

দাঙ্গকো কাটিলে। তদনন্তৰে বৰগুৰুৱে ৬/দেৱত কলে, "মোৰ মানুহ এটি আহি ভাটী দিকিৰ বাৰ্ত্তা কৈছেহি। আমাক যুদ্ধক প্ৰতি বঙ্গাল বিস্তৰ আহিছে।" এই কথা মহাৰাজা ভেলাইলৈ সুধি পঠালে। ভেলায়ে বোলে, "মোক স্বৰ্গদেৱে এই কথাৰ ওপৰে থৈছে, মই এই কথা জানিবৰ নাই। বৰগুৰুৱে কেনেকৈ কয় মই নাজানো।" পাচে স্বৰ্গদেৱে বোলে, "তোৰ যি কথা তাক কৰি, তই এই কথা কেনেকৈ কৰ?" এই দায় ধৰি বৰগুৰু কটকীক কনীলে। তাত পাচে সত্ৰাজিতে তাৰ বংশৰ দহেকীয়া পুতেকটিকে তাৰে ধাইকে মহাৰাজাক সেৱা কৰিবলৈ সজাতিৰ লগত পঠাই দিলে। পাচে স্বৰ্গদেৱে পৰ্ব্বতীয়া বৰগোহাঞিক তুলিব দিলে। গোহাঁয়ে বোলে, "জীয়া-পোক পঠাবৰ উচিত নহয়, কথা-বাৰ্ত্তাৰো পাত্ৰ নুই, লৰাও একো কথা নেজানে, ইহঁতৰে মই কি কথা হম?" এই বুলি নুতুলিলে। পাচে স্বৰ্গদেৱে বৰগোহাঁইক খঙ্গিলে, বুঢ়াগোহাঞিকে, বৰপাত্ৰকে তুলিব দিলে, পাচে স্বৰ্গদেৱেও তুলিলে। হস্তী এটা, ঘোৰা ২টা, টাৰ হাৰ, ৰূপ ২০০০, দি ৬/এ বিদায় দিলে। পাচত বৰগোহাঞিক খং কৰি ভাঙ্গিলে। তাত পাচে মহাৰাজা লাঙ্গি ফুকনক আজ্ঞা কৰিলে, বোলে, "যেনেকৈ পাৰ উপায় কৰি সত্ৰাজিতক ধৰি দিয়ক, ভেলাইৰে কথা হই।" পাচে লাঙ্গি ফুকনে ভেলাইক বুলিলে, তই যেনেকৈ পাৰ সত্ৰাজিতক যনা আমিয়েৰে কথা হবলৈ বুলি। যদি আহে আমালৈ বাৰ্ত্তা জনাবি। আমিও সাজু হই উমানন্দৰ বালিলৈকে যাম।" ৭২ ॥

উমানন্দত সত্ৰাজিতেৰে দেখা-দেখি।—পাচে ভেলাই গৈ বৰফুকনৰ আজ্ঞা সত্ৰাজিতত কলে, "ভাই নবাবেৰে দেখা-দেখি নওহও।" আৰু বুলিলে "যদি আহে আমিয়েৰে কথা-বাৰ্ত্তা হবলৈ, তেবে আমিও যাম উমানন্দৰ বালিলৈ, তেৱো আহিব তৈকে লাগি, এই বাৰ্ত্তা শীঘ্ৰে আমালৈ জানাবি।" সত্ৰাজিতে বোলে, "একদিনালৈ আমিও যাম।" এই কথা ভেলায়ে বৰফুকনলৈ জনাই পঠালে। পাচে বৰফুকনে কাজলীমুখীয়া যত ফুকন হাজৰিকীয়া সবাকে লগত লৈ উমানন্দৰ বালিত ৰহিলগৈ। সত্ৰাজিতেও তিনিকুৰি বাচৰুৱেৰে আহি দেখা-দেখি হ'ল।, বামলৈ নুঠিল আহোমে কোনোখান কৰে বুলি। বৰফুকনে সত্ৰাজিতলৈ সোণা এসেৰ, ফোনি ১০০ খান, থন্দা ৩০ খান কলীয়া পটীয়া ৪০, গাৰু ৭টা; সত্ৰাজিতে দিলে দলচা ২০ খন, লাহৰি ২০ খন, পামৰি ৪০ খান, চিট ৩খন, তাৰ ৪০ কুৰি, পোৱাল ২০ ধাৰ; শক ১৫৪১, মাস চৈত্ৰ। ৭৩ ॥

সত্ৰাজিতৰ ষড়যন্ত্ৰ ।—তাত পাচে কতো দিন অন্তৰে চন্দ্ৰনাৰাণ দুই তিৰি এৰি পলাই গ'ল ঝাজিৰ পৰা। তাত পাচে মানোগোবিন্দৰ বেটা মধুনাৰাণক ধৰ্ম্মৰাজা এই দায় ধৰি গল মুচৰি মাৰিলে, বোলে, "তোক ৰাজ্য পাতিব দিলোঁ, তুই স্বতন্ত্ৰ হবি কিয়?" পাচে পুত্ৰৰ মৃত্যু শুনি কোনোখান কৰে বুলি লুকীৰপৰা নাহে। মানোগোবিন্দে মহাৰাজাৰ আজ্ঞায়ে কড়েবাৰী পৰ্য্যন্ত ৰাজ্য খাই আছে। মহাৰাজাও মানোগোবিন্দক মাতি পঠায়, তথাপি নাহে। মানোগোবিন্দয়ে মহাৰাজাত হাবামখোৰ হৈল, তাক সত্ৰাজিতেও জানিলে। পাচে সত্ৰাজিতে কাকীত কৰি পত্ৰ দি পঠালে, "মহাৰাজাদেৱে যদি মোক আজ্ঞা কৰে মই মানোগোবিন্দক ধৰি নাৱৰ গুড়া-পীৰিত বান্ধি দি পঠাম। ৭৪ ॥

সত্ৰাজিতৰ বিশ্বাসঘাতকতা ।—পাচে স্বৰ্গদেৱে এই কথা শুনি ৰত্ন-কন্দলী, সোণবৰৰি, কোদহ, এই তিনিক শীঘ্ৰ কৰি পঠালে, বোলে, "মানোক পালেহে তহঁত আহিবি।" তদনন্তৰে সত্ৰাজিতে পশ্চিমে মানোক বেঢ়িলে, পূবে আহোমে বেৰিলে। পাচে মানো ভাগি বঙ্গাললৈ গল। সত্ৰাজিতে মানোগোবিন্দক ধৰি ঢকালৈ দি পঠালে। আহোমক নিদিলে আব্দুল-ইচ্-লামক দৰে। পাৎসাৰ ঠাই মোক দুৰিয়া কৰিব বুলি ইকথা মনতে থাকিল। তদন্তৰে স্বৰ্গদেৱে শুনিলে, ধৰ্ম্মৰাজত জগৰ লগাবৰ কাৰণেহে লাঙ্গি ফুকনে মানোগোবিন্দক লুকীলৈ পঠালে। সত্ৰাজিতকো ধৰি আনিব পাৰিলেহতে, কিন্তু মিত্ৰৰ কাৰণেহে নধৰিলে। আৰু ঢকাৰ নবাবেও সোণকোহৰ মুখত হানি-বানি কৰোঁ বুলি বিস্তৰ বস্তু-ভাত দি উকিল পঠাইছিল। পাচে ৬ দেৱে শুনি বোলে, "এনে কথাৰে যে কনিকী আহিল ফুকনে ইকথা নকৈ আন কথা কিয় কব?" এই কাৰণে লাঙ্গি ফুকন, পোৱালি লাঙ্গি-ডেকা, লেচাম-ডেকা তিনিতো ঝগৰ লাগিল। পাচে খাব নিদি কদৰ্থি তিনিকো মাৰিলে। ৭৫ ॥

---

# ষষ্ঠ অধ্যায় ।

## পাৎসাহী আমোলত কামৰূপৰ পৰগনা বিভাগ ।

কোঁচৰজা ধৰ্ম্মনাৰায়ণ ।—পাচে ছৈয়দ বাবকৰ হাজোৰ পৰা চামধৰালৈ খেদি গল, স্বৰ্গ মহাৰাজাৰ ঠাঁঠৈ তাৰে পৰা ধৰি নিলেক। তাত পাচে মীৰ্জা-বাকী আহি হাজোত ৰহিল। সি কতো দিন হাজোত আছিল।

পাচে তাক খেদি পেনাই বহৰন-বেগ হাজোত ৰহিল। তাত পাচে তাক খেদি নবাব আবদুল্লা-ইচলাম হাজোত ৰহিল। তাত পাচে স্বৰ্গমহাৰাজাৰ মোমাই তামুলী ৰাজা ধৰ্ম্মনাৰায়ণক লগত দি আবদুল্লা-ইচলামক ধৰি নি গড়-গ্ৰামক পঠাই দিলেক, ঢেকেৰি ৰাজ্যক ৰাজা ধৰ্ম্মনাৰায়ণক দিলেক। ৭৬ ॥

ছেখ-ইব্ৰাহিমৰ কড়োৰীৰ পৰগনা সংগঠন। —পূৰ্ব্বে কবিশিখৰক আদ্য কৰি বৰা-বুৰুক পাৎসাত বিদায় কৰি আহিল, লগতে ছেক-বিৰাহিম কড়োৰীক ৰাজ্য বিচাৰ কৰিবাক আহিল। ৰাজাৰ কালত গাওঁ মাত্ৰ আছিল, পৰগনা নাই। ছেক-বিৰাহিমে [illegible] বন্দী কৰিলেক। প্ৰথমে বিলায়ত কোঁচ হাজো লিখিলেক। তাৰ তলে চৰকাৰ কামৰূপ, চৰকাৰ ঢেকেৰি, চৰকাৰ দক্ষিণকূল, চৰকাৰ বাঙ্গালভূম, এহি চাৰি চৰকাৰ। ৭৭ ॥

কামৰূপ চৰকাৰৰ পৰগনা।—আৰে চৰকাৰ কামৰূপৰ তলে,—পৰগনে কোঁৱৰভাগ, পৰগনে পাতিদৰং, পৰগনে বনভাগ, পৰগনে বামা বনভাগৰে একেলগী, পৰগনে বৰদৰং, পৰগনে বাঁহবাৰী, পৰগনে সাতৰজীয়া, পৰগনে চৌৰাষীখাতা, পৰগনে কাচিমপুৰ, পৰগনে বৰভাগ, পৰগনে দেহোৰ, পৰগনে ক্ষেত্ৰীভাগ, পৰগনে বজালী, পৰগনে বাহেৰ-খাতা বজালী সহিতে একেলগী, পৰগনে বাঁউসী, পৰগনে বৰনগৰ, পৰগনে পাটিকটা বৰনগৰৰ সৈতে একেলগী, পৰগনে বৰপেটা, পৰগনে বেজিনী, পৰগনে ফুলগুৰি বেজিনী সহিতে একেলগী, পৰগনে বাস্কা, পৰগনে দিগজল।

কস্‌বে হাজো, কস্‌বে গুৱাহাটী, বিকাব-মোহল, পেছ্‌কছ, পানদৰিবাৰী বৰগ-মোহল, পুস্বা-মোহল, গুদৰা উমানন্দ, হেমা-মোহল, মাকি-মোহল, চেতল-বাজি, ফৰোহৈয়াত, খেদা-হাৰী, আগাধুৰি, নিকাহী-মোহল, পাইকান-মোহল, কছাৰী মোহল, চুনিয়া-মোহল, কাৰখানা, এই দুকুৰি এক-মোহল। ৭৮ ॥

চৰকাৰ ঢেকেৰিৰ পৰগনা।—চৰকাৰ ঢেকেৰিৰ তলে,—পৰগনে খুটাঘাট, পৰগনে গুমা, পৰগনে পৰ্ব্বতজোৱাৰ, পৰগনে কস্‌বে ধুবুৰি, পৰগনে জামিৰা, পৰগনে টীৰিয়া, পৰগনে ঘূৰলা, পৰগনে জলকৰ-মোহল, পৰগনে কস্‌বে ঘিলা, পৰগনে চাপগড়, পৰগনে ৰেছম-তাঁতী, পৰগনে কোঁকলাৰ, পৰগনে খুমাৰ, পৰগনে কাঠ-মোহল, পৰগনে কটোৱালী, পৰগনে ডিম্যালী-মোহল, পৰগনে ধামাদি-মোহল, পৰগনে চুলহট, পৰগনে দস্তক-মোহল, মুঠত উনৈশখন মোহল। ৭৯ ॥

চৰকাৰ দক্ষিণকূলৰ পৰগনা ।—চৰকাৰ দক্ষিণকূলৰ তলে,—পৰগনে সান্তোৰ, আৰ তলে পাঁচ তপা,—তপে বগৰিবাৰী, তপে চামুৰীয়া, তপে বেকেলী, তপে হালজাল ওজাখেলি, তপে তিসিমপুৰ। পৰগনে পাণ্ডু, ইয়াৰ তলে সাত তপা,—তপে বঙ্গেশ্বৰ, তপে মঝিয়লি, তপে ছয়নীয়া, তপে বেলতলা, তপে ভড়ুৱা কটা...... । পৰগনে ডুমুৰীয়া, পৰগনে বাড়ন্তী, পৰগনে মেছপাৰা, পৰগনে কালুম-সুৰাপাৰা, পৰগনে কড়ৈবাৰী, পৰগনে পুষ্যাতলে, পৰগনে গাড়ো-মহল, পৰগনে গোড়কাটী । ৮০ ॥

চৰকাৰ বঙ্গালভূমৰ পৰগনা ।—চৰকাৰ বঙ্গালভূমৰ তলে,—পৰগনে বাহেৰবন্ধ, পৰগনে ভিতৰবন্ধ, পৰগনে গয়-বাৰী, পৰগনে চকীবৰেতলা, চান্দিযানি। এই চাৰিও চৰকাৰ মিলি ৭৫ মোহল। ৮১ ॥

পৰগনা নামৰ অৰ্থ।—ছেক-বিবাহিমে হুজুৰৰ পৰা আহি মলুক বিচাৰ কৰি পৰগনা বন্দী কৰিলেক ।

বাঁহবাৰী—আৰ একচাক ৰঙ্গাবাঁহ পাঁচ-ছয় হাত গাঠি ৰাজাৰ ৰক্ষা থাকে; এই কাৰণ পৰগনাৰ নাম বাঁহবাৰী।

পাতি দৰং—ৰাজ্যত ৰঙ্গৰ বাবে যি খৰচ হৈছিল, এই কাৰণে দৰং নাম হল।

কোৱৰভাগ—কোঁৱৰসকলে যিখন খাইছিল মানে কোঁৱৰভাগ নাম হল।

দৰং পৰগনা—আনো পৰগনাৰ দুখন এখন গাওঁ দৰঙ্গৰো গাওঁ উলিয়াই পাতি-দৰং পৰগনা কৰিলেক।

কছাৰী-মোহল—যি ঠাইত কছাৰী আছিল মানে কছাৰী-মোহল হল।

চুটিয়া-মোহল—যি ঠাইত চুটিয়া আছিল মানে চুটিয়া-মোহল নাম হল ।

বনভাগ—বনুৱা কোঁৱৰে খাইছিল মানে বনভাগ হল।

চৌৰাহী-খাতা—ৰজাৰ খাত য'ত য'ত আছিল মানে চৌৰাহী-খাতা পৰগনা হল।

বৰভাগ—বৰুৱাসকলে যি খাইছিল মানে বৰভাগ হল।

দেহোৰ—দেৱালয় আছিল মানে দেহোৰ হ'ল।

খেত্রিভাগ—ৰজাৰ চাকৰ খেত্রি-চিপাই যি খন খাইছিল মানে সকলে পৰগনে খেত্রিভাগ হল।

বজালী—বজালীয়া কোঁৱৰে খাইছিল মানে পৰগনে বজালী হল।

বাহেৰ-খাতা—কোঁৱৰা-কুঁৱৰীৰ খাত মানে পৰগনে বাহেৰ-খাতা হল।

ফুলগুৰি—এক গাছ কনক-চম্পাফুল আছিল, ৰাজহৰ ৰক্ষা থাকে এই কাৰণ পৰগনে ফুলগুৰি হল।

বাঁউসী—ৰাজমাও খাইছিল যেন পৰগনে বাঁউসী।

বেজিনী—কুঁৱৰীৰ নখ-কটা বেজিনী যিখনত আছিল মানে পৰগনে বেজিনী হল। ৮২ ॥

গুৱাহাটীত মীৰ্জা-জাহিনা।—তদনন্তৰে ৰাজা ধৰ্ম্মনাৰায়ণে ৰাজ্য ভোগ কৰিছিল। বঙ্গালৰ চুভা মীৰ্জা-জাহিনা আহি বাৰেপইতাত যুদ্ধ হল। বঙ্গাল ঢেকেৰি অনেক ঠাঁঠ পৰিল। পাচে মীৰ্জা-জাহিনা চামধৰা পৰ্য্যন্ত খেদি গল। স্বৰ্গমহাৰাজাৰ ঠাঁঠ বলে নোৱাৰি ফিৰি গুৱাহাটীত আহি ৰহিল। পাচে আহ্লায়াৰ-খাঁ নবাব কৰি ভাঠীয়াই গ'ল। ৮৩ ॥

---

# সপ্তম আধ্যা।

## অসম বঙ্গালৰ ৰণ।

গাভৰুৰায়ৰ শৰণাপন্ন।—পাচে ৶দেৱে অভয়পুৰীয়া নেওগ গোহাঁইক বৰফুকন পাতি পঠালে। মামোৰা ল'ৰা, তিৰোতা, বন্দী-বেটী যি আছিল জাখালিয়ৈ তুলি নিলে। তাত পাচে গাভৰুৰায়ে চন্দ্ৰনাৰাণ খানায়েৰে দ্বন্দ কৰি নেওগ ফুকনলৈ কৈ পঠালে বোলে, "স্বৰ্গমহাৰাজৰ পাৰত শৰণে পশিলোঁ। মই পূৰ্ব্বে থপা ঘৰ, খানাযে মোক বঙ্গালক ধৰি দিযে, লোকজন

দি ৰক্ষা কৰা।" এই কথা ৺দেৱত কৈ তাক নির্ভয় দিলে। ৰূপ দিলে ২০০০, সুবর্ণৰ নীৰ হাৰ কড়িয়া ১ যোৰ, ৰূপৰ বাটী ১টা, জৰা ১টা, কাঁহি ১ খন, কাপৰ ৫০ যোৰ, দলিচা ৪খন। তাকে পাই দখিণকোলৰ চেকেৰি লগত লৈ কড়েবাৰীৰ পৰা ১৫৪২ শকত বঙ্গালক খেদি ৰাঙ্গ ললেগৈ। বঙ্গালৰ দুই-চাৰি মানুহ কাটে। এই কথা সত্ৰাজিতে কৈ পঠালে, বোলে, "৺ৰ লোকে চেকেৰিৰ লগ লৈ আমাৰ দুই-চাৰি মানুহ কাটে। ৺দেৱতাই শুনি বোলে, "চেকেৰিয়ে কেনেকৈ কাটে মই কি জানোঁ"। এই এক কথা। ৮৪॥

বঙ্গালৰ লগত কাজিয়া।—সেইবেলা চেকেৰিৰ হৰিকেশ বৰুৱা বঙ্গালৰ পৰা পলাই দৰঙ্গলৈ আহিল। তাক আব্দুল-ইচ্লাম নবাবে ৺দেৱলৈ খুজি পঠালে, বোলে, "মোৰ হৰিকেশত পাঞ্চ শত টকা পাব লাগে। স্বর্গ-দেৱ ৰাজা দি পঠাওক। তোমাৰ আমাৰ প্ৰীতিৰ এহিসে কাৰণ।" পাচে মহাৰাজা হৰিকেশক শৰণাগত বুলি নিদিলে। কন্দলৰ বীর্য এই এক কথা হল। সেই সময়ত বঙ্গালৰ পছমৰা চেঙ্গল এটা মানতা পাৰ হৈ আমাৰ পানীত সোমালহি। বঙ্গালে আমাৰ চকীয়ালত খুজি নেপাই চকীৰ পৰা মানুহ দুটা ধৰি নি জিহ্বা কাটিলে; অনেক লাঞ্চনা কৰি মাৰিলে। আমাৰো চকীয়ালে ধৰি-পাত অনা বঙ্গালক জুমি জুমি কাটিয়ালে। আৰে পৰা বঙ্গালৰে আহোমৰে প্ৰীতি ভাগিল। এই এক কথা কন্দলৰ বীর্য। পাচে বঙ্গালৰ চেখ-ফৰিদ নবাব, ফটাই মামুদ, এই দুই বড়লীয়াই উজাই খেদি আহিল হৰি-কেশৰক ধৰিবাক প্ৰতি। পাচে কলঙ্গু সন্দিকৈয়ে আগভেটি কণ্ডিয়াই খেদিলেহি। পাচে বঙ্গালেও কিছু কৰিব নোৱাৰি দখিণকোলসৈ পাৰ হৈ অসুৰ-আলিৰ পৰা আচামৰ মানুহ তিনিটা ধৰি নিলে। তাৰে দুটা হাতোত কাটি শালত দিলে, এটা কুকুৰে খুৱালে, শক ১৫৫৭। ৮৫॥

বঙ্গাল বন্দী।—তেবেসে খাংলাই চেটিয়াই দিমিহাত বঙ্গালৰ গড় মাৰিলে। ঘোঁৰা পালে ৯টা, তৰোৱাল ১৪ খন। তাত পাচে হৰিডেকাই চামুৰিয়াৰ গড় মাৰিলে। কম-খাঁ মোগল পৰিল, ঘোঁৰা পালে ৩টা, হিলৈ ১৭ টা, তৰোৱাল ৪০ খন, আৰু বন্দীতো যি বঙ্গাল আছিল সিও পাৰ হৈ উত্তৰ-কোললৈ গ'ল। সেইবেলা জেঠ মাহত চন্দ্ৰনাৰাণ মৰিল। খাংলাই চেটিয়াই সোন্দাত গড় দিলে। সেই গড়ত আহোম ১৪০০০ হেজাৰ লোক দিলে। আৰু ধৰ্ম্ম ৰাজাৰ চেকেৰি বৰকাঠ বৰুৱা সমে সোন্দাৰ গড় মাৰিলেগৈ। বঙ্গালো চেখ-ফৰিদ, হৰিৰাম-ৰায়, বৰদেউনীয়াৰ জয়সিংহ কোঁৱৰ, এই তিনি

সমুখে যুঁজে। ভাদ্ৰত যৱন ভঙ্গ হল, হৰিৰাম-বৰুৱাত কাণ্ড লাগিল, আহোমে খেদি তিনি পৰৰ বাট কাটিলে। চেখ-ফৰিদক, জয়সিংহ বাইক নাকাটি আনিলে। ঘোঁৰা পালে ১৪০, মৰিল ১২০, পিতলৰ কামানন ১ টা, তুৰকি হিলৈ ২৪০, বাৰু ১২০, তৰোৱাল ৪৪০, ভাদ্ৰমাস, শনিবাৰে ২০ দিন যাওঁতে। ৮৬ ॥

যুদ্ধ আৰু আহোমৰ জয়।—তাত পাচে শৰাইঘাটিৰ খানা ললেহি। অশ্বক্লান্তৰ আগচকীত আছিল বিৰাম-খাঁ, শৰাইত খোচাল-বেগ, পাণ্ডুত ইয়াৰ-কুলি, সাত্ৰজিত মাজালিৰ বালিত আছিল। পাচে শৰাইঘাটিৰ চকীমানে মাৰিলে। পাচে খোচাল-বেগ পৰিল। পাচে আহোমে কাজলী এৰি শৰাই-ঘাটিত গড় দিলে। লাননাখৰু, ডেকা, দুৱৰা, এই দুই পাণ্ডুৰ গড়ত আছিল। সত্ৰাজিত আদি কৰি যত বঙ্গাল পাণ্ডুত আছিল তাক এৰি আগিয়াঠুঠিত মাজালিলৈ গ'ল। সবাৰো উপৰি আব্দুল-ইচ্‌লাম নবাব, মুহুদি নবাব, দুই ভাগি হাজোত আছিল। ধৰ্ম্মৰাজা সনে খাংলাই চেটিয়াৰো তৈতে গড়, পাণ্ডু-শৰাইঘাটি আহোমে ললে, পাণ্ডুত পিতলৰ হিলৈ এটা পালে। পাচে বঙ্গালে নাৱে-তৰে উলটি যুদ্ধ দিলে। আহোমে চাপি নধৰে, কাখৰৰ পৰা কাণ্ড-গুলী মাৰে মাত্ৰ, বঙ্গালে মাজে উজাই জুৰীয়া পৰ্ব্বত পালেহি। সেই বেলা হাবুং চেটিয়া, বৰুৱা চেটিয়া নাৱতে থাকি নাৱ মেলিবাকো নোৱাৰিলে। দিহিঙ্গীয়া গলনপিক পলাল। আনো নাৱ কাখৰক চপাই মানুহ উঠিল, বঙ্গালে নাৱ তিনিখন পাই নিলে। আনো নাৱ পাওঁতো নভৈল। বানৰ পৰা কাণ্ড-গুলী মাৰোঁতে বঙ্গাল উলটি গ'ল। সেইবেলা অভয়পুৰীয়া নেওগ বৰফুকন আমবাজুৰীৰ বৰশিলত উঠিলগৈ। বঙ্গালে দেখি গুলী মাৰিলে, মুখত গুলী পৰি মৰিল, মাস আশ্বিন, শুক্ৰবাৰে, ১৫৫৮ শকত। ৮৭ ॥

অভয়পুৰীয়াৰ পলায়ন।—পাচে সকলো আলচি লাননাখৰুক বৰফুকন পাতিলে। লোকজনক চলাবৰ নিমিত্তে। আৰু সৰুচকুৱা বৰগোহাঁইয়েও কাজলীৰ লোকজনক দণ্ড কৰি সবাকে লগাই দিলে। এইমতে দুয়ো লোক-জনক চলাইছিল। পাচে ফুকন, ৰাজখোৱা, সকলেও মহাৰাজাৰ চৰণলৈ জনালত সকলৰো কথা ৰাখি লাননাখৰুক ফুকন নাম দিলে। পাচে বঙ্গালে আগিয়াঠুঠিত থাকিল তিনি দিন। পাচে তাৰ পৰা হোঁচকি তৰে যুদ্ধ দিলে। দুয়ো ভিতিৰ লোকৰ যুদ্ধ সমান হল। তথাপি অহোমৰ গড় তুলিব নোৱাৰিলে। কলঞ্চু সন্দিকৈ পৰিল, চাৰিঙ্গীয়া ফুকনৰ ভায়েকৰ গলত কাণ্ড লাগি মৰিল,

লেচামদাং তামূলী গুলী লাগি এৰাল, মীৰ, সত্ৰাজিত তাতে থাকিল। তাত পাচে বঙ্গালে বাৰখান গোৰাপ-নাৱ আগ কৰি নাৱে যুদ্ধ দিলে। আহোমৰো সমস্ত লোকে দিন দিন নাৱে-তৰে প্ৰধান যুদ্ধ কৰিছে। পাচে কাণ্ড-গুলীও চুকাল, কতো বেলি অন্তৰে ৰহিব নোৱাৰি অভয়পুৰীয়াৰ নাৱ-মানুহ যুদ্ধ এৰি পলাল। তাকে দেখি আনো নাৱ এৰি পালাল। পাচে বঙ্গালে পাই পেটকটা হিলৈ ১টা, নাৱ ১০ খন নিলে। এইমতে একমাস যুদ্ধে কাৰো ভঙ্গ জয় নাই। কতো কতো আহোমে জুমি জুমি বঙ্গালৰ খৰি কাটি মূৰ আনিলো বুলি বটা ননায়। এই যুজৰ বেৱস্থা ৮দেৱে শুনি সকলোকো খঙ্গি লিকচোৱানৰ বৰুৱাক পঠালে। যি অভয়পুৰীয়া পলাল তাৰ শইকীয়া-বোৰক কাটি মূৰ আনিব দিলে, আৰু নাৱে-তৰে ধৰিব দিলে। উপৰি নৈকেলা হাৰি-চাওদাং দিলে। ৮৮ ॥

মাজুলীৰ বালিত বঙ্গাল।—পাচে নাৱে টিংচু সন্দিকৈ, অভয়পুৰীয়া, শলগুৰীয়া, সকলোৱে যুগুতি হৈ প্ৰভাতে নাৱে-তৰে চাপি যুদ্ধ ধৰিলে। বঙ্গালেও সচকিত হৈয়া ভাগি পলাল, মাজুলী বালিত পৰিল, আহোমে নাৱে-তৰে খেদি নি যাকে পালে তাকে কাটিলে। কত আহোমে নাৱেৰে খেদি ওচৰ পাইগৈ, বঙ্গালো এৰাব নোৱাৰি নিৰ, লাহৰি, পানৰি, দলচা, এইসকল পানীত পেলাই এৰাই যায়। তাকো বঙ্গালে কাটিবাক ডৰে আহোমে নধৰে। কতোটায়ে যদি লবলৈ চাই তাতো আগ হুয়া বঙ্গালে পলাই যায় মাজালী বালিত পৰিল। সত্ৰাজিত ৰাজা, ইয়াৰকুলি, এই দুয়ো পলাই গল। আৰ সাত দিন আগে সত্ৰাজিতেৰে দ্বন্দ কৰি মীৰ হাজোক গল। গোৰাপ-নাৱ ৭ খন পৰিল, বাচৰু ৩০, বৰহিলৈ ১০০, তুবকি ৫০০, তৰোৱাল ৩০০, বৰছা ১০০, জামদাৰ ৪৪, খণ্ডৰা ৪০, নাৱৰ কোঙ্কোৱা ৪টা। এইমতে সমস্তে পলাই গ'ল। সেই সময়তে ঢকাৰ পৰা চেৰ-খাঁয়ে মীৰাৰচান্দে ৮০ বাচৰু নাৱেৰে বগৰিবাৰী পালেহি। তাক পাইহে সত্ৰাজিত, ইয়াৰকুলি এৰাল, লান্মাখৰু চেটিয়া পাণ্ডুত বৰফুকন হৈ থাকিল। ৮৯ ॥

হাজোত যুদ্ধ।—পাচে সমস্তে বৰুৱা গৈয়া, হাজোক বেঢ়ি গড় দিলেগৈ। বঙ্গালেও গড় সাঙ্গ নোহঁওতেই হস্তী আগ কৰি টিংচু সন্দিকৈৰ গড়ত ধৰিলেহি, ছয় দণ্ড মানে যুদ্ধ হ'ল। পাচে যুদ্ধত আব্দুল-ইচ্‌লাম নবাবত কাণ্ড লাগিল, মুহুদি নবাবৰ ঘা হ'ল, আৰু হস্তীৰ কম্পালত গুলী লাগিলত হস্তী উলটি পলাল। হস্তীৰ ভঙ্গে বঙ্গালো পলাল; ঘোঁৰা পৰিল ৯টা। তেবে বঙ্গালে আপোনাৰ গড়ত ভঙ্গ হুয়া ৰহিল, আচামেও বঙ্গালক বেঢ়ি গড় দিলেগৈ। বঙ্গালে

ওলাই যুদ্ধ নিদিলে. পাচে এবাৰ নোৱাৰি কাকুতি কৰি বাৰ্ত্তা মাগে. বোলে. "আমি যুদ্ধ এৰিলোঁ ; তোমৰা ধৰ্ম্মপথলৈ চাই এৰি দিয়া, আমাৰ দেশলৈ যাওঁ।" তথাপি বৰফুকনে নেৰিলে. মহাৰাজাক ভয়ে। এইমতে এক মাহ হ'ল। বঙ্গালে খাইবাক নাপাই গড়ৰ ভিতৰতে শুখাই মৰে। ৯০ ॥

হাজোত বঙ্গাল।—পাচে একোমতে নোৱাৰি মুহুদিয়ে গড়ৰ ওলাই লাননাথৰ বৰফুকনত ধৰিলহি। তাত পাচে আব্দুল-ইচলাম নবাবক প্ৰমুখ্যে মীৰ্জা-নাকৈ. মীৰ্জা-হুচন-চা. ৰাজা ফজুল-বেগ. মহমল্ল. ৰামচা. কৰ্ম্মচান্দ. এই সকলোৱে ধৰিলহি। পাচে বৰফুকনে সমস্তকে গড়গাওঁলৈ দি পঠালে। আৰ মীৰে বোলে. "পাৎসাৰ লোণ চাউল খাই কেনে হাৰাম কৰিম?" এই বুলি গড়ৰ ভিতৰতে যুদ্ধ দি মৰিল। সেই সময়তে হাজো উচ্ছাদ কৰি বঙ্গালক আহোমে ধৰি আনিলে। হস্তী পালে ৯টা. ঘোঁৰা পালে ৮০. হিলৈ ৬০০. তৰোৱাল ২০০. পিতলৰ কামাবন ৯টা. শক ১৫৫৮, মাঘ মাস। ৯১ ॥

বৰুৱা বন্দী।—তাত পাচে লাননাথৰ চৌদিয়াক ৮ত গোচৰ দিলে. "নিদানৰ বেলা বঙ্গালে পেৰা ভিতৰ কৰি কাপৰেৰে নাকি মহাৰাজালৈ পাৎসা কিবা দি পঠালে. তাক মহাৰাজা পালে কি নাপালে. আমি নেজানিলোঁ। আৰু শুৱালকুছিয়া ১৬০ ঘৰ তাঁতীয়ে পাৎসালৈ কাপৰ বৈছিলে. তাকো লুট কৰি দক্ষিণকোলত পাতিলেনি, পাৎসাৰ কাপৰ আপুনি ৰাখিলে। মহা-ৰাজাৰ ৰাজ্যত নেকি ঠাৱে নানিলে?" এই কথাতে লাননাথৰ চৌদিয়াক মাৰিলে। ৰবৰবৰুৱা. গণকৰ বৰুৱাক বন্দী কৰিলে. ১৫৫৮ শক। ৯২ ॥

মদুপুৰত বঙ্গাল।—তদনন্তৰে পিকচাই চৌদিয়াক বৰফুকন পাতিলে। তাৰ পাচে পুনৰ্ব্বাৰ বঙ্গাল মদুপুৰত গড় দি ৰহিলহি। তাক সমুখে ডেকা-দুৱৰা. টিংচু সন্দিকৈ সোন্দাত গড় দিলেগৈ। বঙ্গালেও খেদি আহি সোন্দাতে তিনি প্ৰহৰ বেলা যুজিলে। পাচে, বঙ্গালে আহোমৰ গড় লাঙ্ঘিব নোৱাৰি আপুনি ভঙ্গ হৈয়া বাৰেপইতাক গ'ল ১৫৫৯ শক. জেষ্ঠ মাহ। ৯৩ ॥

বেঁকীত বঙ্গাল।—ধৰ্ম্মৰাজাৱে. খাংলাই চৌদিয়াৱে উত্তমক ভঙ্গালে। উত্তমো পলাই বৰনগৰক গৈল. বৰনগৰতো খেদি গৈ ঘৰ পুৰিলে, তাৰ ভণ্ডাৰ সবো লুটি আনিলে. তাৰ খুৰীয়েক সৈতে চৰা-কুৰ্ম্মাকো ধৰি আনিলে। পাচে উত্তমেও দগা দিয়া আহোম বিস্তৰ কাটিলে। পাচে আপামামোদ, অম, দুই আহি চূণৰিত গড় দিলেহি। তেবে লাইফংজাং. ফুলবৰুৱা. ডেকা-দুৱৰা, ধম্মৰাজা সমে চূণৰিত গড় ভঙ্গালে। বেঁকী, পোমৰা. জাখলিখনা,

এই তিনি ঠাইত থানা দিলে। আচামে তাৰো পৰা কাটি-মাৰি খেদিলে। তাত পাচে বঙ্গালে ভাটোকুচিত গড় দি ৰলগৈ। লাইফংভাং, ফুলবৰুৱা, খাংলাই চেটিয়া, ধৰ্ম্মৰাজা, এই সমস্তে কালপানীত গড় দিয়া সমুখে ৰলগৈ যেন কাণ্ড-গুলীয়ে নেপাই, মতামতি হৈ থাকে। এই মতে দুই মাস গ'ল। ১৪ ॥

পিকচাই বন্দী।—সেই সময়তে বত্নকন্দলী, মাধৱকন্দলী, বিৰিণা, তিনি কটকীক ৮ দেৰে পিকচাইৰ ঠাইলৈ পাচিলে, বোলে, "ফুকনে যে গুৱাহাটীত মাছ, পছু, মাৰি বং-আনন্দ কৰি বিশ্ৰেষ্টৰূপে খাই থাকে, থাকিব পাইনেকি? আৰু বঙ্গালো বৰনগৰতে আছে। যদি তাৰে পৰা আহি আমাৰ লোকজন কাটে, তেতিয়া কিৰূপে ৰক্ষা পৰিব, পো-নাতিলৈ বা কোন আপাহত চাউল-কানি বহাব?" এই ৰূপে তিনি কটকীয়ে কলত ফুকনে অসন্তোষ কৰি কটকীক নুসুধিলে, ৰোজবাজো একো নিদিলে। পাচে তিনি কটকীও সন্তোষ নেপাই গুৱাহাটীত একৰাতি থাকিয়েই গ'ল। পাচে বত্নকন্দলী, মাধৱকন্দলী, বিৰিণা, তিনি কটকীয়ে ১৫৫৯ শকত পিকচাই চেটিয়াক মহাৰাজত গোচৰ দিলে, বোলে, "দুই তিনিজনা ফুকনৰ দ্বন্দ লাগে, আৰু দুই তিৰোতাৰ কন্দল লাগে, তাকে ভাঙ্গিব নোৱাৰে আৰু ফুল পিন্ধিহে থাকে, ৮ৰ কাৰ্য্য-কাম কি কৰিব।" এই দায়তে লোহা লগাই আনি গড়ৰ কাখৰৰ হাতীশালত থলেনি। পাচে সৰুচকুৱা বৰগোহাইক পূৰ্ব্ব কথা সুমৰি পাণ্ডুত বৰফুকন পাতি থলে। ১৫ ॥

কালপানীত যুদ্ধ।—সেই সময়তে ফুলবৰুৱাই ৰাতি দগা দি কালপানীত বঙ্গালৰ দুখান গড় মাৰি আপোনাৰ গড়লৈ আহিল। লাইফংভাঙ্গে বিস্তৰ গালি পাৰিলে। ফুলবৰুৱাক বোলে, "গড় মাৰিলি যে কিয় এৰি আহিলি?" পাচে ফুলবৰুৱা উলটি ভঙ্গোৱা গড়তে দুখমনে থাকিলগৈ। আন দিনা বঙ্গালে ফুলবৰুৱাকো আনো যিবা গড়ত আছে তাকে ধৰিলেগৈ, তিনি বেলি মাৰি হোঁহোকালে। হাতে হাতে কটা-কটি কৰিছে, ধোঁৱাৰ শৰে, মানুহৰ শৰে খাৰৈ উপচিল, তথাপি যুদ্ধ নেৰিলে। এইমতে তিনি প্ৰহৰ বেলা গৈল, তথাপি গড় দাঙ্গিব নোৱাৰিলে। পাচে তাৰ যি ওমৰাওবোৰে যুদ্ধ কৰাইছিল, সেই সমস্তে ধৰিলেহি। আহোমৰ লোকৰ ভাগৰ হৈ আছিল, সেপ ঘুটিবকো নোৱাৰে, কাণ্ড-গুলীও টুকাল; কাৰো কেৰে মধ্যস্থ নহ'ল

তেবে সমস্তে গড় ভাঙ্গি পলাল, আৰু দুখন গড় বঙ্গালৰ মাজতে নেভাগি ৰল, তাকো সাত দিহে ৰাতি আহোমে আনিলেগৈ, ১৫৫৯ শকত, মাহ কাতি, তাৰিখ ২৮, ৰবিবাৰ। ৯৬ ॥

অসমীয়া সৈন্যৰ পৰাজয়।—তেবে দুই দিন অন্তৰে কুলবৰুৱাৰ দুই ভায়েক পলাই আহিল। তাত পাচে মীৰ্জা-জইনা, আহ্লায়াৰ-খাঁ, মহমদ-জোমা, মাচু-খাঁ, ৰামচন্দ্ৰ কাৰ্জি, উত্তম, মীযাচান্দ, সবে একত্ৰ হৈয়া বাৰে-পইতাৰ আচানৰ কৈন্দক খেদিলে। তথাপিতো এক প্ৰহৰ বেলা যুজিহে এৰাল। আচামে বিস্তৰ লোক পৰিবাৰ দেখি বোলে নোৱাৰি ভাগিল। পোলোঙ্গা কোঁৱৰ পৰিল, নিচু সন্দিকৈ, লেচাম হাৰি-বৰুৱা, এই দুই এৰাই আহিল, শক ১৫৫৯, মাহ আঘোণ, দিন ৫। ৯৭ ॥

কলিয়াবৰৰ যুদ্ধ।—যি কিছু ভগনীয়া লোক এৰাই আহিল, সিও পাণ্ডু-শৰাইঘাট পালেহি। যিবা সৰুচকুৱা গোহাঁই সেনাপতি হৈ আছিল, তেওঁকো বাতে ধৰিলে। বঙ্গালেও চেপি আহে। পাচে মহাৰজা শুনি মৰঙ্গিৰ পাত্ৰ, খাণ্ডাধৰা কোঁৱৰ, দুইকো মনখুৰচা কাণ্ডী সৈতে পঠাই দিলে, সিবোৰো গৈ পালেগৈ। সেই সময়তে মীৰ্জা-জাহিনা প্ৰমুখো বঙ্গালো আহি পাণ্ডু-শৰাইত ততকালে ধৰিলেহি। সাতত দিন ৰাতি গোনহে হৈল: সন্ধুকিবাকো নাপালে। পাচে ভগনীয়াৰ লগতে মৰঙ্গিৰ পাট খাণ্ডাধৰা কোঁৱৰ, দুয়ো কাজলীক চাৰি কলিয়াবৰ পালেহি। পাণ্ডু-শৰাই-ঘাটত এককাঠী কাণ্ডো মাৰোঁতা নহ'ল। আৰু যত নাৱ-নাৱৰীয়া পাণ্ডুত আছিল সবে বঙ্গালে নিলে। সেই বেলা পৰ্ব্বতীয়া বৰগোহাঁই, দিহিঙ্গীয়া বুঢ়াগোহাঁই, লাকো বৰপাত্ৰ গোহাঁই সলাৰ পৰা গৈ কলিয়াবৰতো গড় দিয়া ৰহিল। বঙ্গালেও ১৬ খন নাৱেৰে গো-ভিঠাক আহি ভড়ৰীতে পানী চাই উলাটি কাজলীকে গল। পাচে তিনিজনা গোহাঁয়ে স্বৰ্গদেৱৰ চৰণলৈ কৈ পঠালে বোলে, "বঙ্গালে মাৰি-কাটি কাজলী পালেহি; স্বৰ্গদেৱে আজ্ঞা দিয়ক কাজলীতে আমি বঙ্গালক ধৰোঁগৈ।" পাচে মহাৰাজা শুনি পিকচাই চেতিয়াক বৰফুকন পাতি লুইতে পঠালে ৯৮ ॥

আহোম সেনাৰ পলায়ন।—গোহাঁইবোৰক হাক দি পঠালে, বোলে, "আন বৰুৱা-ফুকনক মাত্ৰ পঠাব, চানধৰাগড আগুতাই তাতে থাকোকগৈ, গোহাঁইবোৰ নাযাব।" পাচে গোহাঁইবোৰে মহাৰাজাৰ কথা নলৈ পিকচাই চেতিয়া নোপাওতেই সসৈন্যে সহিত খেদি গল। পাচে ৰাজা শুনি গোহাঁই-

বোৰক ভাল নুবুলিলে। বৰুৱাবোৰে গৈ আঠ দিন বঙ্গালেৰে যুদ্ধ কৰিলে। দিনে দিনে শত-পঞ্চাশ পৰিল, ইয়াৰকুলি পৰিল। পাচে গোহাঁইবোৰে বোলে, "একে দিনে বঙ্গালক মাৰোঁ।" এই বুলি খেদি গল। বৰবৰুৱা পিকচাই প্ৰমুখ্যে নাৱে-তৱে বঙ্গালক ধৰিলে। প্ৰথমতে বৰবৰুৱাৰ নাৱ আগে মেলি গল। বঙ্গালৰ নাৱ ঘুলিত আছিল, তাক কেৱে নেদেখিলে। তৰেও হতাহতি যুজ লাগিল। পাচে বঙ্গালে ঘুলিৰপৰা ওলাই পাচৰ পৰা বৰবৰুৱাক ভিৰিলেগৈ। মোমাই-তামূলী বৰবৰুৱাও পানীত জাম্প দি পৰিহে এৰাল। পাচে সকলো নাৱ ভঙ্গ হ'ল, তৰৰা লোকো পলালে। গোহাঁইবোৰো নাৱ এৰি ভঙ্গ খালে, টিংচু সন্দিকৈও তৰোৱালৰ ঘা পাই যেন-তেনকৈ এৰাই আহিল। চিৰিংদাং পৰিল, বুঢ়াগোহাঁয়ে পাচত থাকি নাৱৰ লগ নেৰিলে। বিস্তৰ লোক পানীত পৰি মৰিল। পাচে সকলোৱে নাও চপাই তৰ উঠি পলালে। নাৱৰ আহিলা-পাতি বিস্তৰ পৰিল, যেনতেনমতে কলিয়াবৰ পালেহি। ৯৯ ॥

বিষয়াৰ বিপদ।—পাচে মহাৰাজা শুনিলে, নুযুজি পলাই অহা লোকক কাটিব দিলে। বৰুং চেটিয়াক, বিহুৰা বৰাক, গলমণিকক, হালোৱা হাজৰিকিয়াক কাটিলে, আনো হাজৰিকীয়া, শইকীয়া, বৰাক বিচাৰ কৰি কাটিলে; তিনি গোহাঁইকো খণ্ডিলে। বজাৰ হস্তী, ৰজাৰ লগুৱা, নাৱ-নাৱৰা, আনো লোক কাঢ়ি আনি বৰবৰুৱা পিকচাইৰ হাতত দিলে। গোহাঁইবোৰক আপোনাৰ বিলতীয়া লোকেৰে চামধৰাত থাকিব দিলে, শক ১৫৬০, মাস ভাদত। ১০০ ॥

বঙ্গাললৈ কটকী।— তাতপাচে মীৰ্জা-জাহিনা বৰকৰযনিত ৰলহি। আচানৰ বৰুৱাবোৰে চামধৰাৰ পৰা বঙ্গালৰ গালৈ মানুহ পঠালে, বোলে, "সিবোৰ যে ইঠাইক আহিছে, লোণয়িক মনে আহিছে কি আন কিবা কামে আহিছে, তাক আমালৈ কৈ পঠাওক।" বঙ্গালে বোলে, "সিবোৰে যদি বনৰ হস্তী, বনৰ আগৰ কাঠ, সোণা মৰিচ দিয়ে তেবে আমি লোণাই নকৰো, ই কথা এটা উকিলত কৈ সত্য-কবুল কৰি কৈ পঠাব।" পাচে সেই সময়ত মোমাই তামূলী বৰবৰুৱায়ে অভয়পুৰীয়া বাৰুৱতীৰ ভিতৰৰ সনাতনক আনি কটকী কৰি পঠালে। বৰুৱাবোৰে বোলে, "ছয় মহিনাৰ পথ, দেৰ মহিনালৈ দিন দিলেহে স্বৰ্গদেৱত জনাই সিবিলাকৰ বাঞ্চিত পূৰ্ণ কৰিব পাৰোঁ; আন অৰ্থে কি কন্দল কৰিম?" নবাবে বোলে, "ভাল, দেৰ মহিনাতো আমি এই জাগাতে ৰহিম, তুমিও শীঘ্ৰে স্বৰ্গদেৱত জনাও।" এই বুলি আমাৰ কটকী পঠালে। ১০১ ॥

নাওবৈচাৰ বিশ্বাসঘাতকতা।—কটকীৰ লগৰ এটা নাওবৈচা পলাই নবাবত কলে, বোলে, "কটকীয়ে যি কৈছে, সকলে মিছা, গড় আওতাই যুদ্ধলৈহে দিন লৈছে।" পাচে নবাবৰ মনতে থাকিল। পাচে বঙ্গালক ৰাখি গড়-প্ৰাঞ্চী তিয়াৰ কৰিলে। পাচে আচামে বঙ্গালৰ গালৈ সনাতন কটকীক পঠালে, বোলে, "বনৰ হস্তী যি খুজিছে হস্তী চাৰি লাদকো নিদিওঁ; বনৰ আগৰ কাঠ যি খুজিছে কাঠ চাৰি ভগাকাঠকো নিদিওঁ; ঝালুক যি খুজিছে ঝালুক চাৰি চেৰকো নিদিওঁ; সোণা যি খুজিছে, সোণা চাৰি বালিকো নিদিওঁ।" ১০২ ॥

কটকীৰ অপমান।—এই কথা বঙ্গালে শুনি নাওবৈচাক আগলৈ আনি হাদিৰাই স্থবি জুই বাত কঁহ বুলি দুই সীমাৰ মাজত আমাৰ চকীৰ আগত কটকীক পানীত বান্ধি পেলালে। পাচে আমাৰ চকীয়ালে দেখি নাও মেলি ধৰি তুলি আনিলে পানীৰ পৰা। দখিণকোলে বৰবৰুৱা চৰ্দাৰ, তিনিজনা গোহাঁই চামধৰাত পূৰ্ব্ববতে আছে, পানীত পিকচাই চেনিয়া চৰ্দাৰ। প্ৰথমে বঙ্গালে উত্তৰকোলে চামধৰাত নাৰে-তৰে বৰগোহাঁইৰ গড়ত ধৰিলেহি। তাৰ লগে ৰাজা প্ৰাণনাৰাণো আহিছিল। চাৰি দণ্ড বেলাৰ পৰা গধূলিহে এৰিলে। বৰ ঘাইল যুদ্ধ হ'ল। বঙ্গালৰ শৰে উত্তৰকোলৰ গড়ৰ খাৰৈ উপচিল। সেইপোনে বঙ্গাল এটা জাখৰ পিন্ধি গড উঠিলহি। পাচে আচামে হিলৈয়েৰে কোবাই মাৰিলে। দখিণকোলে যুদ্ধ নহ'ল। নাৰেও যুদ্ধ নোৱাৰিলে। সিদিনা নোৱাৰি গধূলি ভড়ৰী পাৰ হৈ ৰহিল, শক ১৫৬০, মাস মাঘ। ১০৩ ॥

বঙ্গালৰ পৰাজয়।—আনকাদিনা বঙ্গালে উত্তৰকোলে চাৰি দণ্ড বেলাৰ বাট জুৰি বুঢ়াগোহাঁইৰ গড়ত ধৰিলেহি। আমাৰো তিনিজনা গোহাঁই, ৰূপ সন্দিকৈ, মৰঙ্গিৰ পাতৰ, আনো যত ফুকন, বাজখোৱা, হাজৰিকীয়া, শইকীয়া, এই সমস্তে প্ৰাণটাকিও যুদ্ধ কৰিলে। বঙ্গাল যদি ইফৈদ পৰে আৰু ফৈদ উঠি ধৰে, এইমতে বাৰম্বাৰ যুজি বঙ্গাল হাৰিল। চৈযদ কাণ্ডী এক চিপাই মৃত্যুকো নগণি গড় উঠিলহি। তাক তত্‌কালে মাৰিলে। আৰ দিকৰাই নদী, গডখাৰৈ বঙ্গালে উপচিল। আৰ নাৱৰ যুজত বিস্তৰ বঙ্গাল গুলী লাগি মৰিল। তেবে তিনি দিন অন্তৰে যুজে নোৱাৰি মীৰ্জা-জাহিনা, আহ্‌লাযাৰ-খাঁ, আপানামোদ, জোনা, মাচিম-খা, ইচ্‌পিঙৰ, মীৰচান্দ, প্ৰাণনাৰ্ৰূণ, ৰামচন্দ্ৰ, কাজি, উত্তম, এই সমস্তে বিমুখে গল। পাচে গুৱাহাটীত ৰহিল, ১৫৬০ শকত, মাঘ মাস। ১০৪ ॥

দুই বৰুৱালৈ বঙ্গালৰ পত্ৰ।—কাজলীৰ দুই বৰুৱাৰ গাত্তৈ ফেমলজান উকিলক পঠাই সন্দেশ-পত্ৰ ৺ৰ নামে দি পঠালে।

পত্ৰ এই—

মহামহিম শ্ৰীযুত বৰবৰুৱা ও চেটিয়া গোহাঁই মহাশয়েষু—

সগৌৰৱ লেখনং কাৰ্য্যঞ্চ আৰ তোমাৰ ৰাজোন্নতি হামেচা চাহি, ওপৰং ৺শ্ৰীশ্ৰীযুতেৰ থানে উকিল কেমলজান এক আদমিকো ভেজোহে, তোমৰা দুই জনৰ বকিছ্দতে খাতিৰ খুচি হইবেক. আৰৰ চৰ্কবাজ দুই জনেৰ সাথ অৰ্দস্ত কৰিলে শ্ৰীশ্ৰীযুত ৺প্ৰসন্ন হৈবেক. অতএৱ আমি তোমাৰ চাগিৰ হৈলোঁ, তুমি আমাৰ সলাহকৰ. আৰ তোমাৰ দিকিৰ ৰৰস্বদৈ সওদ আমাৰ মল্লুকেৰ চা-মহাজন সাউদেৰ টোল বতায়া খৰিদ কৰ, যে জৌখ-জোখো বস্তু লাগে সে ভাগায়া পয়দা কৰ। ইহাকৰ কাজ-কাম. মাল্লুম হোঁয়ে, অধিক কি লেখিন। আপুনি জানন্তা হোগা, ইতি—জিলকাজ ১৫৬০ শক, মাস ফাল্গুন, ১০ দিন গতে। ইতি।

সন্দেশ—,ঘোঁৰা ২, চন্দন কাষ্ঠ ২ মোনা, টাৱ ২ মুঠা, লাহৰি ২০ কুৰি পানৰু ৩০ কুৰি, চিত ৫ খন। আৰ বচনে বুলিলে, "৺দেৱ ৰাজাক আমি বাপ টাকিলোঁ। ৺ত কৈ আমাকো হাট-বাট দিয়োক।" এই বুলি উকিল পঠালে। ৺ও সকল ঠাইৰ মানুহ আহিব দিলে। পৰ্ব্বতীয়া নগাও আহিল। পাচে ৺রে শুনি তাৰ যি বস্তুজাত আনিছিলে, সকলোকে ওলোটাই দিলে। ৺দেও তাক অনেক বস্তুজাত, টকা, বাহন দি বিদায় দিলে। ১০৫ ॥

স্বৰ্গদেৱলৈ আহ্লাৱাৰ-খাঁৰ পত্ৰ।—পাচে মাচিম-খাঁ, মীৰ্জা-জাহিনা, ইসব প্ৰমুখ্যে ভটীয়াই গল। গুৱাহাটীত আহ্লায়াৰ-খাঁক থৈ গল প্ৰীতিৰ ওপৰে। আহ্লায়াৰ-খাঁ নবাব আহোমৰ সমুখে ৰহিল। তাত পাচে বৰবৰুৱা, পিকচাই চেটিয়া, আহ্লায়াৰ-খাঁয়ে উত্তৰে বৰনদী, দক্ষিণকোলৰ অসুৰালি সীমা কৰি ৺দেৱৰ ঠাইক পত্ৰ-শন্দেস দি চেক্-মেদা কটকীক পঠাই প্ৰীতিয়ে থাকিল।

পত্ৰ এই—

স্বস্তি সকলমঙ্গলাগাৰ-বিবিধ-গুণালাঙ্কৃত-সুৰ-নদী-সলিলং নিৰ্ম্মল-যশোৰাশি পৰিপূৰিত-কলেৱৰ শ্ৰীযুত বৰবৰুৱা সুচাৰু-চৰিত্ৰ-বিচিত্ৰ মন্ত্ৰীবৰেষু—

সৌহার্দ্দপূর্ব্বক লেখনং কার্যঞ্চ ইথানেৰ কুশল, তোমাৰ কুশল মঙ্গল হামেচা বাঞ্ছি, পৰং তোমাৰ ফৰমাণ নজৰেত জানিলোঁ, নও দিন দিন দোস্তি হামৰ হইবেক, অতএব তোমাৰ আমাৰ মাজে কিঞ্চিত দিলগিৰ নেস্ত, আৰ তুমি বুলিছ উত্তৰে বৰনদী দক্ষিণকোলে অসুৰালি ইতি মধ্যত তোমাৰ আমাৰ লাকাৰণ ফিৰিবেক, আৰ দুই দলৰ গো-ব্ৰাহ্মণৰ সুখে ৰহিলে এই ধৰ্ম্ম তোমাৰ যশ প্ৰতিষ্ঠাতেসে সুমান দুইহানাৰ যুগাদি হৈলে ওগয়ৰস মল্লুকে খোৰমি হৈবেক। আৱৰ বদনাম কিছু নাৰহিবেক। আৰ তোমাৰ উকিল সনাতন ও কানু শৰ্ম্মা ইহানাৰ সঙ্গে ও আমাৰ আদমি ছেক-মেদা ও ঝাৰখাণ্ডৰ ও আকাদশ তোমাৰ খানে ভেজিতেছি, শ্ৰীশ্ৰীযুতেৰ থানে হুজুৰ কয়া দশ-পাঞ্চ ৰোজত ফিৰি পহুছাইবা। এমত হৈলে তোমাৰ আমাৰ কিছু সন্দিগ্ধতা নাৰহিবেক। আৰ এমৰাৰ মুখে সমস্তে জানিবেক অধিক কি লেখিম। আপুনি সমস্তে জান।

তোমাৰ নিমিত্তে পত্ৰ-সন্দেশ,—বাপ্তা ১ খন, লং ২ মোনা, চিনি ২ মোন, ৰূপোৱালী পটুকা ৩ গছ, সোণোৱালী ৩ গছ, সুগন্ধ বালা ২ সেৰ, জাইফল ১ মোন, ঘোঁৰা ২টা। ইতি, শক ১৫৬১, মাস মাঘ। ১০৬॥

আহ্লাৱাৰ-খাঁৰ পত্ৰৰ সিদ্ধান্ত।—ছেক-মেদা ও আকাদশৰ লগত সনাতন, কানুৱে আহ্লাৱাৰ-খাঁৰ পত্ৰৰ সিদ্ধান্ত নিয়ে।

পত্ৰ এই—

স্বস্তি নিখিল-গুণৈকধাম-সৰ্ব্বোপমাযোগ্য শ্ৰীযুত নবাব আহ্লায়াৰ-খাঁ শুভাশয়েষু—

সস্নেহপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ এথা কুশল, তোমাৰ কুশল সৰ্ব্বত্ৰ চাহি। পৰং সমাচাৰ এই, তোমাৰ উকিল ছেক-মেদা ও আকাদশ, এই দুইজন মনুষ্য পঠাই দিছিলা। সে আহি পহুছিল, ইহানাৰ মুখে তোমাৰ কুশল শুনিয়া পৰম সন্তোষ হৈলোঁ। আৰ তুমি বুলিয়াছা উত্তৰে বৰনদী, দক্ষিণে অসুৰালি এমত্ত বন্ধনিবন্ধানুক্ৰমে হদ্‌কৰাৰ হলে উভয়ান পক্ষে ৰক্ষা হৈল, সে ধৰ্ম্ম তোমাৰ আমাৰ যশ প্ৰতিষ্ঠা দিন দিন অন্যত্তানুৰূপে বাঢ়িতে যাইব, খালি নাহইবেক। এমত্ত যে সুপাৰিচ লিখিছ ইগোট উত্তম লিখিছ; কিন্তু বৰ মনুষ্যৰ প্ৰীতি-কৰাৰ কদাচিত্ নাফিৰে। সেই যেমনে উত্তৰোত্তৰে ৰক্ষা পৰে তাক কৰিবা। আৰ তুমি যি বুলিছ দশ-পাঞ্চ ৰোজত উকিল পহুচাইবা

সেই বচনত থাকি আমাৰ সঙ্গত ৺ৰ চৰণত সম্বুজাই হজুৰ কৰিলোঁ। ৺ও যেমত কথা হৈল তাক তোমাৰ উকিল সমস্তে কহিবেক। পৰং পূৰ্ব্বাপৰেও নবাব সকলেৰে গুৱাহাটীত থাকি কথা-বাৰ্ত্তা অনেক হোৱা যায়। অদ্যাপি সেথানৰ কাৰ্য্য কৰিতে ভাৰ তোমাৰ ওপৰ, ই ঠাইৰ আমাৰ ওপৰ, অতএব তোমাৰ মনে যেমত ভাল প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ তৎকাল লেখিবা। এমত্ত হইলে তোমাৰ আমাৰ মৈত্ৰী কিসক নাৰহিবেক্। আৰ বাকী সমাচাৰ সনাতন ও শ্ৰীকানু এমৰাৰ মুখে জ্ঞাত হইবা। কিমধিকম্ বিজ্ঞাবৰেষু ।

আৰ তোমাৰ অৰ্থে সন্দেশ,—হস্তীদন্ত ১৪টা, গান্ধ ২৭ টা, কলীয়া চামৰ ২০ টা, মৰিচ ১০ সেৰ, খড়্গ ২টা, সোণেৰে মলমা কৰা কটাৰী ২ খন। শক ১৫৬২, মাস জেষ্ঠ, তেৰিখ ১২। ১০৭ ॥

মোমাই-তামূলীৰ প্ৰশংসা।—সেই সময়তে ছেক-মেদায়ে আহ্লায়াৰ-খাঁৰ আগত বোলে, "৺ৰ ৰজা নহয় সাক্ষাৎ মহাদেৱ; মোমাই-তামূলী নহয় সাক্ষাৎ নন্দীশ্বৰ; যি থানত থাকে সি থান কৈলাস। এই দুই জন থাকে মানে কোন সাহস কৰিবেক?" আহ্লায়াৰ-খাঁয়ে বোলে, "যি কৈছ সকলে সত্য, কৰ্ম্মানুসাৰে দুইৰো একোটা জন্ম।" তাত পাচে শিঙ্গৰিৰ ওচৰ গোৰাকুচি গ্ৰামত আমাৰ চকী আছিল, তাতে ভোট ডফলাৰে কিনা-বিকা কৰিছিল। এনেতে আমাৰ চয়ণ্ডা মানুহ সহিতে দুৱাৰ্দ্দাৰৰ বেটা শত্ৰুসনে শিঙ্গৰিৰ গোপেশ্বৰ ৺৺ৰ ঠাইত থাকি ভোট, ডফলা, দৰঙ্গীৰ চুটিয়া কোঁৱৰৰ মানহ-দুনুহতো সহিতে সকলেও অন্যো-অন্যে কিনা-বিকা কৰিছিল। ১০৮ ॥

ভিতৰুৱা মনান্তৰ।—এনে সময়তে ব্যামত-খাঁ বঙ্গালে গোপেশ্বৰ ৺৺ৰ ৰূপৰ খুৰী ৰূপৰ নালেৰে ঠুঙ্গুৰি সোমাই লৈ আহিল। পাচে শত্ৰুসনে বোলে, "৺৺ৰ বস্তু কিয় নিব?" বঙ্গালে বোলে, "ভোটে দিয়া বস্তু, আসামে যে বাধে সিঁহতে বাধিবৰ কি?" এই বুলি তিনিটা মানুহ মাৰি ধৰি গোৰাকুচি গ্ৰামত এৰি গল, বস্তুকো নিলে। এই কথাতে থাকি আমাৰো শত্ৰুসন দুৱৰীয়ায়ে বমন পৰ্ব্বতৰ কোষৰ পৰা দুটা শেন, তিনিটা তুতিৰা, বঙ্গাল ২৩টা ধৰি বন্দীকৈ থলেনি। তাৰ লগত পহলন কেইটামান পলাই আহি কামৰূপৰ সোধ-পোচ কৰিবাক মূৰ কৰি পৰমাই ব্ৰাহ্মক দিছিলে। সি গৈ তাত কলে; সিয়ো মীৰ-খচলু কানগুই চান্দ-খাঁ দেৱানেৰে আলচি, আহ্লায়াৰ-খাঁত কলে, বোলে, "চাহাবে আচামেৰে এখন একলাখ প্ৰীতিৰ কাৰণ কি? পাৎসাৰ তামচাৰ বাজ-তুতিৰা সহিতে মানুহ ধৰি দুখ দিলেই, এমত

হলে উভয় দলৰ মধ্যত কেমন প্ৰীতিৰ সৰিয়ত ৰহে, বাৰম্বাৰ এমত কৰি থাকে, তত্ৰাপি চাহাবে যে এমত বুজ নাকৰে ইগোট ভাল নহব। এতিয়া তোমাক আমাকো নাজানি কি কৰে আচামে।'' এই প্ৰকাৰে অনেক নবাবত কলে। এই কথা শুনি নবাবেও মনে বিমৃশা কৰি নবাবৰ নাতিয়েকক মীৰজা-ভেলাক পত্ৰ-সন্দেশ দি বৰবৰুৱাৰ ঠাইত উকিল কৰি পঠালে। ১০৭॥

নবাবৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলগুণৰাশিসম্পন্ন-অশেষ-বিদ্যাবিদবিনোদ-বিশাৰদ-স্বকুল-কমল-বিস্তাবিত-ভাস্বত-সাদৃশ্য-জ্যোতির্ম্মান-সদ্‌কীৰ্ত্তিনিকৰ-শুভ্ৰ-পৱিত্ৰ-নিৰ্ম্মল-কলেবৰেষু, শ্ৰীযুত লৰুৱা গোহাঞি বৰফুকন জিউ মহানুভাব-সচচৰিত্ৰেষু—

শিবশুভসতঃ প্ৰয়োজন লেখনং মুদা কাৰ্য্যঞ্চ পৰং ও এথানে খুব দৌলত হ্যাদা মাকেঞি বখেৰস্ত, ওপৰসে হায়ালেও হকিকৎ স্বৰ্ জিয়ান ও এত্তাসাঞী আফিয়ত, ৺চাদিমে জাহিব স্থনাকেঞ্চ দাহানিদেস্ত। ও আগৰ বিশেষ তোমাৰ প্ৰীত-পত্ৰ স্বন্নসল্লাহ যে জৌখ চেলামি সমেৎ ও সন্দন ও শ্ৰীমাধ মজুন্দাৰ দোনা মাতব্বৰ্কো আদমি ইতৰ্ফকো ফেৰিস্তান বোধ, তাহলে দহন তামাম্ খবৰকে গোস্তান চুমাকে দোস্ত ৰফায়েত, দোতৰফকে চিফতচফায়ত পৰস্পৰে ইসব ৰোজ চুমা মামাম তথ বদাৰদ ওদিগিৰ ভোট, ডেফলাসে শ্ৰীশ্ৰী৺৺ চাহেবকা চৰকাৰী দিনমাহমুদ ও গয়ৰহ ২৩ আদমিকো বুৰিদস্ত এমত জবাব বাৰ বাৰ লেখ। এইৰূপ দোষ্টি সবুত্তৰে আজ জানিব, মালুমা ছৰিয়দ মদাৰ, বিশেষ তোমাৰি দুৱাৰদ্দাৰে লাড়কা ৺কে খোচহাল শিকাৰী-দ্বয়কে বাজ ও আগৰ চাহেব চাদিমাস তুতিৰা স্থমাত্ত আদমি চিবাকে নামে গুজাৰৎ, ও বাজ ও তুতিৰা ও গয়ৰসকো আদমি ও কিছু আস্তে মেৰন্দদ্, ও আবৰ্ষ হায়ান মুৰদেস্ত ও আমাৰে এতবাৰি চান্দ-খাঁ ও বাজ-চেকাৰ পহিলমে জবাব বতায়ত তখাচ ও বাজ ও তুতিৰা ও গয়ৰসকে আদমি সব হাৰামখোৰ নিগা দাস্ত, নয়ো হাবাৰালা মেকুনদ ন বাজমে গৰ্দ্দদ। আৰ আমাৰ কেমনে একলাস-বাতে খাতিমে কুনদ, আৰ যে কৰিছ সে তোমাৰ ভালাই, দৌলত নিগাদাস্ত। ই স্বলপ কাৰ্য্য। তাহাৰ সমাচাৰ এই, আৰ অধিকত কহিব হামাঠেৰ নবিৰস্ত। ও মীৰ্জা-ভেলা যেৰূপ বাকী হকায়ক খেৰখেব জাহিৰায়ে সেৰূপ আমাৰ মলুকেৰ কানেৰ সৰ্দ্দাৰ আদমিকো খাহেদ গুজাস্ত। ইতি সহৰ, জুমাদিৰৌল, শক ১৫৬২, আমৰ্দ্দাদ ভাদ্ৰ, তেৰিক্ষ ১১।

সন্দেশ,—বানত ১ খন, পালেঙ্গপোচ ২ খন, লং ৪ সেৰ, বাঘথলীয়া দলিচা ২ খন, হোমকাস বাগৰ ৩ সেৰ, চিনি ২ মোন, লোণ ৭ মোন। ১১০॥

কটকীৰ আশ্বাস।—সেই সময়তে আমাৰ দুই কটকী আহ্‌লায়াৰ-খাঁৰ ঠাইক পাঠাইছিলে। আমাৰ দুই কটকীক ছাহবুৰুজৰ ওচৰত থৈছিলে, সিহঁতক ৰোজ দিছিলে,—চাউল ২০ মোন, মচুৰ ৫ মোন, মুগ ২ মোন, মাহ ৩ মোন, ঘিউ ১০ সেৰ, আলুক ২ চৰু, লোণ ২ মোন, পাণ ২ পাচি, তাতৰ ২ পাচি, আদা ৪ চৰু, মাচ ২০ কুৰি, তেল ৪ কলহ, চিনি ৪৬ সেৰ, খাহি ২ টা, গুৰ ৪ কলহ। এইৰূপে ৪ দিন অন্তৰে ৰোজ দিছিলে। ৪ দিন অন্তৰে নবাবৰ ভিতৰ কৰি নিছিলে। সেই সময়তে এক দিনা আহ্‌লায়াৰ-খাঁয়ে বোলে, "গড়গ্ৰামলৈ কেতি ৰোজৰ পথ?" আমাৰ সনাতন উকিলে বোলে, "চাহাব, গড়গ্ৰামক লাগি ২ মহিনাৰ পথ।" এনেতে দুৱাৰদাৰৰ বেটা জয়ানন্দে বোলে, "চাহাব, ৮ ৰোজৰ পথ,—উকিলে মিছা কহে।" পাচে নবাবে বোলে, "এখন তোমাৰ বৰমুদৈ দুৱাৰদাৰে ৮ ৰোজকে বাট কহে, তুম্ভি কিছুৱাস্তে দোমাহিনাকে বাট ভুট কহ?" সনাতনে বোলে, "উদয়-গিৰিৰ স্বৰ্গ ৰজা অস্তগিৰিৰ দিল্লীৰ পাৎসা, দুই জনেও পূৰ্ব্বাপৰ উকিল যি কহে তাকেহে সত্য মানে। এখন তুমি যে দুৱাৰদাৰ মুদৈ সে মহাজন আৰ মুখেহে সম্বুজ কৰহ। আত আমাৰ খানিকো দিলগিৰ নাহি কৰোঁ। তুমি আপোন মাফিক খুচি কৰ, আমি যো কুস্‌বাদ কহো সব সত্য কহোঁ।" পাচে আহ্‌লায়াৰ-খাঁয়ে বোলে, "উকিল যো কুস্‌বাদ কহ সব সত্য। সিটো ব্যাপাৰি তাৰে বাদ্ নাসম্বুজ কৰো।" পাচে আমাৰ উকিলক বাঁটা-বাহন দি বিদায় দিলে। বিদায় দিয়ো তেওঁ পত্ৰৰ সিদ্ধান্ত পত্ৰতে পাই পুনৰ্ব্বাৰ-চন্দ্ৰনাৰাণৰ কথা একো নকলে। আমাৰ উকিলৰ লগে পুনৰবাৰ ছেক-মেদাক পঠালে। ১১১॥

আহ্‌লায়াৰ-খাঁৰ বৰবৰুৱালৈ পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলমঙ্গলালয়-পৰম-সুপ্ৰতিষ্ঠিত শ্ৰীযুত বৰবৰুৱা গোহাঁই ও শ্ৰীচেটিয়া গোহাঁই মহামহোগ্ৰ-প্ৰতাপেষু—

লিখনং কাৰ্য্যঞ্চ আদৌ তোমাৰ কুশল সৰ্ব্বথা চাহে, সাম্প্ৰত তোমাৰ মেহৰাণি দিন দিন নজিক আমাজেমাৰ হামৰাহ হোঁৱে। আৰ তুমি যি পত্ৰ মনুষ্য তাগিদ ভেজিলেক সিটো চিতাপ পহুছিল। তাহনাৰ মুখহতে শুনি, সাক্ষাৎ ৰূপ পত্ৰচালামি চসমদিদ কৰিয়া জানিলাম। পত্ৰাৰ্থবিদ প্ৰস্তুত কাজ-

ৰূপ উচিত, যাতো তোমাৰ আমাৰ একতা-মৈত্ৰ ভাৱৰূপ যশপ্ৰতিষ্ঠা আফতাব সদৃশ সাক্ষাত ৰহে ইসোওঁ আস্তে। অতএব খুব হকিকতনা ভেদ দোৱ-দোস্ত কফদস্ত চডহা উভয়পক্ষ নাভেদ দোহান মধ্যজোৰ তমসিল পৰম খোদাই-পেকম্বৰ সব মাফ কৰে। একাৰণ আমাৰ দববাৰেৰ অহোৰ ধাৰাণ ৰহে, তোমভি এমত্ত কৌলি কবনুৰে সব দোজখ নবচৰ্চ্চ খোদজাতে মুৰসিদ, গোস্ত যেজৌখ ধৰ্ম্মজাহান ওপৰ তোমাৰ আমাৰ দৌলত একৈতা দোস্তৰহে। এতে উভয়দি গদৰিয়া ৰায়ত গো-ব্ৰাহ্মণ পৰোবৰ পালনকবণতা সৰ্ব্বত্ৰ বলবৰ্ত্তিতা হোৱে এমত্ত হৈতে তোমাৰ আমাৰ যে যে দুস্মন তাহে অন্তস্কৰণ যে মগৰূৰ গৰ্ব্ব সেহি সাহজিক চগজাব যাহে কাটি আব অধিক কত কত কহিব। তোমাদেৰ উকিল সনাতন ও শ্ৰীকানু শৰ্ম্মা আমাদেৰ ও ছেক-মেদা এমৰা সাৰশেষ কহিবেক যাতে প্ৰীতিৰ ওপৰ ৰহে, কমিতা নাৰহে তাৰেক কৰ। ইতি সহৰ সৌংতন, ১৫৬৪, পৌষ মাস।

সন্দেশ,—বানত ২ খন, সোণোৰালী পাগজমা ২ গজ, পটুকা ৪ গচ, লং ৩ সেৰ, জাইফল ১ মোন, স্বফেদ কাঠ ২ সেৰ, বাপ্তা ২ খন, চিনি ২ মোন, লোণ ৫ মোন। ১১২ ॥

স্বৰ্গদেৱ আৰু কটকী।—পাচে ছেক-মেদাক ধাৰাণে তুলি বৰুৱাৰ ঠাইতে ৰাখি আমাৰ দুই কটকীক সেই বাৰ্ত্তাযেৰে ৺ৰ ঠাই পঠালে। ৺ও এৰূপ কথা-বাৰ্ত্তা শুনি সন্তোষক পালে। সেই সময়তে দুই উকিলক ৺ৰে বোলে, "বামুণীৰ পুতেক, তইতত আৰু কোনো কথা-বাৰ্ত্তা আছেনেকি ?" সিবোলাকে বোলে, "দুই আযাৰ মান কথা আছে। ৺য়ে যদি পুনৰ্ব্বাৰ নোসোধে আমি বন্দীহঁতে কব খোজোঁ।" ৺এ বোলে, "নোসোধোঁ।" পাচে সনাতন কটকীয়ে বোলে, "বনৰ হস্তী অনেক যত্ন কৰি আনি ৺ৰ শালত গলত চেপা দি থৈছে। তাক মেলি দিলে শালতে থাকে কি বনলৈকে যায় ?" আৰু বোলে, "৺ৰ বন্দী-বেটী বিদেশলৈ পাঞ্চে তৈতে মৰিলে তাৰ লৰা-লুৰিটো ৺ৰে ৰাজ্যত থাকে কি বিদেশলৈ এৰি দিয়ে ?" আৰু বোলে, "পিতৃ, মাতৃ, ভাতৃ, সকলোৰো একে অন্বয় একে অঙ্গ যাতো বস্ত্ৰে আৱৰি থাকে, এই কাৰণেহে সকলোৰে মৰ্য্যাদা ৰহে। আমি বন্দীহঁতে কিছু নাজানো, যি কৈছোঁ সকলো অশুধ। ৺দেৱৰ চৰণে যদি বাচ-বিচাৰ কৰি ৰাখে তেহে।" এই বুলি সিবোলাক চাঙ্গৰ পৰা নামি আহিল। ৺দেৱেও পুনৰ্ব্বাৰ বঙ্গাললৈ পাঞ্চিলে। ইবোলাকেও যাওঁতে

**বৰুৱাৰ** ঠাইত সকল সম্বেদ লৈ বোলে, "৺এ ব্ৰাহ্মণক ৰাখিব তেবেসে আমাত **ব্ৰহ্মবধ** নালাগে।" সেই সময়ত অভয়পুৰীয়া লেতেৰা দাধৰাৰ পুতেকক **৺এ জগলু** সহিতে বৰুৱাৰ ঠাইলৈ পঠাই সুধি আহিল। ৺দেৱে বোলে, "**কটকীইঁ**তে যি কৈছে তাৰ কথা-বাৰ্ত্তাৰ যুগুতি আশয় জেঠেৰীয়ে মোলৈ কৈ **আহোঁক।**" পাচে বৰুৱায়ে ৺দেৱৰ চৰণলৈ প্ৰাৰ্থনা কৰি ব্ৰাহ্মণৰ অৰ্থে জনাই **আহিল।** ৺ও ভাবাছোঁ বুলি বোলে, "কাটিলোঁহতে যাতো জেঠেৰীয়ে মাতি আহিছে, বামুণীৰ পুতেকে মাতি গৈছে, এই কাৰণেহে নাকাটিলোঁ। তথাপি জেঠেৰীয়ে ভালৰূপে শিখাই দিয়ক।" এই বুলি চাঙ্গৰপৰা ৬ সজাতিক গোটাই খেদিলে, তাৰ পুতেক জয়ানন্দক নিতাস্তে জগলুৰ হাতে অনাই ১০টা ১০টা কিল মাৰিছিল যাতো পূৰ্ব্বে ৺ৰ আগত সনাতন কটকীক কুনাৰ পো বুলি সজাতিয়ে গালি পাৰিলে। তাকো উলটি গালি পাৰিলে। ৺দেৱে দুইকো গোটাই খেদিলে। সেই কথা সনাতনৰ মনতে আছিল। সেই কথাতে ছল পাই তাকো এই ৰূপ কৰিলে। পুনৰ্ব্বাৰ ছেক-মেদাকো ৺এ ধাৰাণে বিদায় দিব দিলে; বৰুৱাও বঁটা-বাহন দি বিদায় দিলে। পুনৰ-বাৰ আহ্লায়াৰ-খাঁয়ে ৰচিপ-খাঁ, মুহুৰ-খাঁ, দুই উকিল **আমাৰ কটকীৰ** লগত পঠাই দিলে। ১১৩ ॥

আহ্লায়াৰ-খাঁৰ বৰবৰুৱালৈ দ্বিতীয় পত্ৰ।—পত্ৰ এই—

স্বস্তি **সকল**মঙ্গলৈক-নিলয়-পৰম-সুপ্ৰতিষ্ঠিত-কলেবৰ লিখিতং

শ্ৰীযুত বৰবৰুৱা গোহাঁই ও চোটিয়া গোহাঁই সুহৃদয়ৰ **চৰিত্ৰেষু**—

সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চাগে আগেযে তোমাৰ দৌলত খুব মঙ্গল জাহানকেবৰ নমিস্ত উপযুক্ত ৺৺ৰে ৰাখতাহো। পৰে তোম্ভি আশি্স আমাৰা, সৰ্ব্বথা চৰবছৰ ওপৰ মাফিক হৈয়া জাহিৰ, তথা সমেত হোৱে **এখন তোমাৰ** একইত দোস্তকে বাৰ্ত্তা হানি-চ ঘেৰ ঘেৰ ও আমাৰ সাথ ভেজিতে **ৰহ।** আমিও পূৰ্ব্ব পূৰ্ব্ব ওমৰাওসকলেৰ যে সৌহাৰ্দ্দি অভিমত্ত সেসব খাতিৰ ৰছিদকে খোৰমি হৈয়া ৰচিপ-খাঁকে ও মুহুৰ-খাঁ, দুই জন আদমি তোমাৰ পাচ ভেজিতেআছি। আহনাৰ সঙ্গে জনেক মনুষ্য স্থচাবকৰে গুজাৰ হুঁক ৰচুলকে পহুছাৰ উচিত ৰহে। এমন কৌলিকে যেহি যেহি প্ৰয়োজন চিত্তকে ওপৰ বাঞ্ছিত চিত্ত সেহি তমাম্ দোভি দলেৰ সীমনা ৰহে। পাহাৰ-শঙ্কাস চুপজ গুদজানিতে ৰাখতাহো। এতেকে তোমাৰ আমাৰ চিত্ত বিকৃতভাৱ নাহি ৰহে। যি কাৰ্য্যত দোপক্ষৰ ৰাযত গো-ব্ৰাহ্মণে ছৈৱদ সুখি তা খুব মিত ৰহে সেহি ভাৱ উভয় পক্ষাভিৰত কৰ্ত্তব্যতা দ্বাৰেৰ সব গৰজ দিলগিৰ

বদকৌলি তাৰত সাবশেষ তোড়কাহে, নাযাতাহোঁ, ফেৰ ওঁ আবৰ সাম্প্ৰত যাতাহে। অতএব তুমি আমাৰ যেখন যি কাৰ্য্য ভাগায়ত হুকুম কৰ সেহি ৰূপ অভিলাস আভিৰত হৈবেক। এত দোস্ত প্ৰীত্যৰ্থ সাৰকাশ ৰহে। আৰ এখন যে লিখিযাচ লাঁল-খাঁ তোমাৰ নজিক ৰহে। এহিৰূপ ভেদতা তোমাৰ দুৱাৰদাৰেৰ বেটা নামাকুল শত্ৰুসেন ও জয়ানন্দ অন্য শত বাৰম্বাৰ দাচুচ কেমত হজুৰ কৰহে, এক হেঙ্গল চেৰৱাই মিত্ৰ নবাব সে আদমিকো বোকচাকে খানা গুস্তেত্; তাবেক হৈতে এমত অপৰিতোষ না বিচাৰ কৰ অপৰীয়ামৈত ৺পাৎচাহাবৰ মলুকেৰ লোকসৰদ্ৰ সাৰকাশ হৈয়াছে। কোনো জনে কাক ৰাখিতে সামৰ্থ ৰহে, আপোন মাফিক ৰহে কৰ্ম্মানুসাৰে, দৌৰ চড়ে আমিতো কোন ওক্তকে যাতাহোঁ, নিকৰ্স নাজনন্তাহে, আৰ অধিক কি কহিম। হামাৰ চিত্তকে অশন্ত খানিক নাহিবৈ। এথা আৱৰ যেকি বাকীত ৰহে তোমাৰ উকিল সনাতন ও শ্ৰীকানু সাৱধানে হজুৰ কহিবেক। তুমি আপোন বিচাৰপূৰ্ব্ব দানিস্তমন্দ হোঁতাহেঁ, ইতি, সববৰিছ্ শ্যানি ১৫৬৫, শ্ৰাৱণ, তেৰিক্ষ ১১।

সন্দেশ,—বানাত ১, পালেঙ্গপোচ ৫, লং ২ সেৰ, জাইফল ১ মোন, চিট ২ খন, হেমশশ ২ খন, বকনাখন ৫ সেৰ, চিনি ২ মোন, লোণ ৮ তোম। ৰচিপ্-খাঁ, মুঙ্গৰ-খাঁ, দুই উকিলাক ৺ত জনাই বৰুৱাযে বিদায় দিলে বঁটা-বাহন দি। ১১৪ ॥

ভিতৰুয়া কাজিয়া।—এই কথাৰ আগে জাহিনা-যুদ্ধৰ সময়ত ৺পাৎ-সাৰ চৰকাৰি দিন-মহম্মদ নাম বঙ্গাল ১টা, ৰচিপ্-খাঁ ১, নন্দৰাম-খাঁ ১, এই তিনি প্ৰমুখ্যে ২১ বঙ্গালৰ বেহনীয়া মানুহ শিঙ্গৰিৰ কোখে গোৱাকুচি-গ্ৰামত ভোট, ডফলা সহিতে তাতে কিনা-বিকা কৰি আছিল আমাৰ মানুহ সহিতে। আমাৰ মানুহ ১টাক দ্বন্দ কৰি ছুৰী হানি মাৰিলে, গাভৰু নায়কৰ লগৰ ১টাৰ মূৰ ফালিলে, নকুল লস্কৰৰ লগৰ এক চেকেৰিক কাটিৰ খুজিলে, পলাই তিনিও এৱাই বৰুৱাৰ ঠাইত গুচৰিলে। বৰুৱায়ে বোলে, "আমাৰ খাণ্ডাৰ চেৰবঙ্গাল দাঁতি-কচৰা সোমাই এৱাইছে পলাই; সি যে আমাৰ মানুহক এনে কৰে তাক ভোটে কটা ভাৰে তাতে কাটোক; জগলিকো দিলে লগত, চেকেৰিযে সহিতে গৈ কাটিলে। তাৰ লগৰ লাল-খাঁ বঙ্গাল পলাই আহ্লাযাৰ-খাঁৰ ঠাইক গ'ল। সকলে সমাচাৰ নবাবত কলে। নবাবেও বঙ্গালৰ জমিদাৰ মাচিম-খাঁৰ বেটা ৰচিপ্-খাঁ আৰ বাইৰবন্ধৰ ৰঘুৰাই চৌধাৰী এই দুই জনক পত্ৰ-সন্দেশ সহিতে এই কথাৰ উকিল কৰি পঠালে। ১১৫ ॥

নবাবৰ উকিলৰ বিবাদ।—আহলায়াৰ-খাঁৰ পাচত নবাব খান্দাৰি আহিল থানা গুৱাহাটীত ১, তাৰ পাচত চৈয়দ হাচান নবাব ১, তাক খেদি মীৰ্জা-হাচান নবাব হ'ল, সিও ১ বৎসৰ আছিল ১। তাকো খেদি চৈয়দ-হাচান নবাব হল ১, সিও গুৱাহাটীতে মৰিল। তাতো পাচে চৈয়দ-কুটুক নবাব হল। তাকে নাক-কটা হুচনো বোলে ১। তাত পাচে নবাব চৈয়দ কুতুব আসিল, সিও ৩ তিনি বৎসৰ ভোগ কৰিলে ১। তাত পাচে চৈয়দ-চালাহ সিয়ো ২ বৎসৰ থাই মৰিল ১। তাত পাচে মীৰ্জা-নাথুলা আহি ৫ বৎসৰ ভোগ কৰিলে। নাথুলায়ে বোলে, "আহলায়াৰ-খাঁ নবাবৰ কাল পৰ্য্যান্তে আমাক অৱধি কৰি প্ৰীতিসে চলিছে এক বিংশতি বৎসৰ। এখন আমিও সেইৰূপে থাকিলেহে ভাল।" এইৰূপে সমালোচন কৰি কলিয়াবৰলৈ মহমদ-খাঁকে পহলনকে পঠাই দিলে পত্ৰ-সন্দেশ সহিতে। ৺লৈ যিখান লেখিছিলে সিখানত মহমদ-খাঁকেহে লেখিছিল, পহলনক লেখা নাছিল। এই কথাতে মহমদ-খাঁয়ে বোলে, "মইহে পাৎসাৰ উকিল, পহলন যে ইটো নবাবৰ বৰকান্দাৰিহে; মোৰ সমান নহয়।" এই কথাতে পহলনক কলিয়াবৰতে ৰাখিলে, গড়গ্ৰামক নেনিলে। পহলনে বোলে, "মই যে সামান্য, মহমদ-খাঁনো কিমান ডাঙৰ?" মহমদ-খাঁয়ে বোলে, "সত্য কথা কহিলে কিয় জুই বোল।" দুয়ো উকিলৰ দ্বন্দৰ সমাচাৰ ৺ৰ ঠাইত জনালে। পাচে ৺ৰ আজ্ঞায়ে চৌলিয়া গোহাঁইয়ে বোলে, "আমাৰ ঠাইত দুয়ো উকিল, তইঁতৰ মুখত যে বিপৰীত শুনা গ'ল ৺ৰ ঠাইক বাপাঁকি পত্ৰ ভেজিছে। সিখানক চাহিলে মহমদ-খাঁহে উকিল। পুনৰ্ব্বাৰ পত্ৰত মিত্ৰ নবাবে যদি তোক লেখে মহমদ-খাঁই যিৰূপে ৺ৰ চৰণক সেৱা কৰিলে, তোৰো যদি ভাগ্য থাকে তেখন তইও হাজিৰে সেৱা কৰিবাক পাবি।" এই বুলি বটা-বাহন দি আমাৰ পত্ৰ-সন্দেশ সহিত উকিল চতুৰ্ভুজ, একাদহক পঠাই দিলে। পাচে নবাবত পহলনে কলেগে বোলে, "তোমাৰ চাকৰ মই, মোক সামান্য বুলি মহমদ-খাঁয়ে গড়গ্ৰামলৈ নেনি আচামৰ আগৰ সকলে সম্ভেদ কহে।" পাচে এই কথাতে থাকি নবাবে বোলে, "একাদহ, চতুৰ্ভুজ, সূত্ৰত নানান মুকুতা পুৱাল, স্বৰ্ণাদি কৰি প্ৰাপ্তি থাকে। সূত্ৰ নাচিঙ্গিলে মণিধাৰ তেন নাম

বোলাই, সূত্ৰ চিঙ্গিলে সমস্তে ঠাই ঠাই হই। ৺প্ৰীত-সূত্ৰ মধ্যত আছোঁতে কেমনে এক ভাৱ নাহি?” পাচে তামাৰ একাদহে বোলে, “চাহাৰ, ৰন্ধন থালিত একতাৰ নিবন্ধে সমস্ত সিদ্ধন প্ৰমাণ, চাহাৰৰ যে সিদ্ধ-পাত্ৰৰ মধ্যতো যে কোনোনা কেঁচায়ো থাকে; পাৎসাই লোকৰ মগলিকন্দ ইবাৰহে বুজা গেল।” এই সিদ্ধান্ত পাই নবাবে খোচাল হৈ বনা-বাহন দি পুনৰ্ব্বাৰ মহমদ-খাঁক পঠাই দিলে দুই কটকীৰ লগত। ১১৬ ॥

নবাবৰ পত্ৰ।—পত্ৰ এই—

শ্ৰীযুত ৺ৰ শ্ৰশুৰ বৰনবাব গোহাইজিউ পৰমাহান্দিত চৰিত্ৰেষু—

নিবেদঞ্চ পূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আৰ এথা কুশল, তোমাৰ কুশল মঙ্গল সদা সাৱশেষ চাহি। পৰং তোমাৰ ফৰমান দিদ কৰিতে ও মন জানিলাম হাৰাম অন্তঃকৰণ দোস্ত বক্তহো ইস্তাদ হোৱে। অতএব পৰস্পৰে যেমন প্ৰত্যু আয়া তেমন কৰিবেক আৰ আমিও তোমাৰে যে প্ৰস্তুত জবাব সন্তুষ্টনা হয় তাবেক কৰিম। এখন আমাৰ নাজিকি ও নিবাদৰ মহমদ-খা তোমাৰ দহলি জবৰ ফিৰস্তাদ হৈতেসে ও আস্তে তোমাৰ মনুষ্য অনুকূল কৰিয়া তুমিও প্ৰেম-পত্ৰ সহিত ইহামাৰ সঙ্গে প্ৰত্যুত ভেজিবেক। এতেকে পূৰ্ব্বা-পৰ মাফিক মৰ্য্যদা ব্যৱহাৰ উভয় তৰফেত না কিছু কমি ৰহিবেক আৰৰ আমিও তোমাৰ একাদহ, চতুৰ্ভুজ, এমৰা দুই জনেৰ সাক্ষাত যি কাৰ্য্যত সোষ্ঠৰ সাম্প্ৰত সাহাজিক পাচিবেক। সে কাৰ্য্যৰূপ সাৱশেষে জ্ঞাপন কৰিবেক। অধিক কি কহিম। আপুনি বিচাৰপূৰ্ব্বকে খাতিৰ খুচি কৰিবেক। ইতি, সন ১০৮০।

সন্দেশ।—তাৰ ২ মুঠা, জলতানি ১০ খন, বানত ২ খন, মিশ্ৰ ৩ সেৰ, পালেঙ্গপোচ ৫ খন, স্বফেদ কাঠ ২ সেৰ, লং ১ মোন, জাইফল ২ মোন, চৰবন্ধ কাপৰ ৫ খন ভিন মোনত দিছিলে। এইৰূপে অনেক বাৰ নাখুলা নবাবৰ দিনত উকিল-পত্ৰ গতাগত কৰি প্ৰীতিতে আছিল। ১১৭ ॥

# অষ্টম আধ্যা ।

## হাজোত ফৌজদাৰ মীৰ্জা-নাখুলা ।

আহোমৰ পাণ্ডু অধিকাৰ।---সেই সময়ত লোকজন মৰিবৰ নিমিত্তে কালৰূপী ৺৺ৰ ইচ্ছা হ'ল। দিল্লীত চাজাহাঁ পাৎসাহ মৰিল, তাৰ বেটা দাৰা-শুক্র পাৎসা হ'ল। পাচে অৰং-জাবে মুৰাদবক্সে আলচি যুদ্ধ কৰি দাৰা-শুক্রক মাৰিলে। তাত পাচে খানখানা নবাবলৈ মাতি মুৰাদবক্সকো মাৰি পাৎসা হই তাৰ বৰ ভাতৃ চাহ-চুজাক ৰাজ মহলত ধৰিবলৈ নবাব খানখানাক প্ৰমুখ্যে লোক লস্কৰ পঠালে। সেই বেলা বঙ্গালৰ ভিতৰত আউল দেখি প্ৰাণনাৰাণে বোলে, "কেকেৰি উত্তমৰ বেটাৰ দুলভনাৰাণ নাম কেমনে ললে, নফৰ হই বৰ নাম লব পায়নেকি?" প্ৰাণনাৰাণ ৰাজাৰ মনে নসলে।" এই বুলি তাতে লিপিচ দি তাক ধৰিবলৈ ভবানাথ কাজিক গুৱাহাটীলৈ পঠালে। দুলভনাৰাণেও এই কথা জানি দৰঙ্গলৈ পলাই আহি জয়ধ্বজ মহাৰাজত শৰণাপন্ন হ'লহি। এই কথা গুৱাহাটীৰ নবাব নাখুলায়ে জানি তাৰ বেটা জাকলাক গুৱাহাটীৰ পৰা মহখুলিত ভবানাথ কাজিয়েলৈ যুদ্ধক লাগি পঠালে। পাচে যুদ্ধ ভঙ্গ খাই পুনৰ্ব্বাৰ গুৱাহাটীকে আহিল। তাত পাচে ভবানাথ কাজি হাজো পালেহি। পাচে মীৰ্জা-নাখুলাৰে ভবানাথ কাজিক আগভেটি যুদ্ধ দিলে। বলে নোৱাৰি নাখুলা নবাব ভঙ্গ হই পলাই গুৱাহাটীকে আহিল। সেই সময়ত টিংচু সন্দিকৈয়ে আপোনাৰ মানুহ আহা যোৰা কৰিবলৈ কলঙ্গত দলং বান্ধিলে। আৰু দুলভনাৰাণে বৰফুকনৰ ঠাইক আহোতে তাক ৰাখিবাক প্ৰতি নাৱ-নাৱৰা তিয়াৰ কৰি নাৱত হিলৈ বান্ধি অস্ত্ৰ-শস্ত্ৰে আগ বাঢ়ি ৰহিল। তাক দেখি মীৰ্জা-নাখুলা মহাভয় হল, বোলে, "পচিমেও ভবানাথ কাজিয়ে বেঢ়িছে, পুবে দেখো আচানে নাৱ-নাৱৰীয়া তিয়াৰ কৰি দলং বান্ধে, আমাকেহে ধৰিবাক ইচ্ছা কৰে, আমি অল্প সৈন্যেৰে আছোঁ, কেমনে দুয়োদিকি আটিম?" এই বুলি মনে গুণি মীৰ্জা-নাখুলা ৰাতি ভাগি পলাল। পাচে প্ৰভাতে গুৱাহাটী পাণ্ডু-শৰাইঘাটি আহোমে ললেগৈ সেনাপতি টিংচু সন্দিকৈ সহিতে; শক ১৫৮০, মাস ফাল্গুন, ১৫ দিন গতে। ঘোঁৰা পালে ১৪০, বৰ-কামায়ন হিলৈ ৪০, খুদ্ৰ হিলৈ ২০০, আৰু পাৎসাৰ ভণ্ডাৰৰ যত বস্তুজাত আছিল সমস্তে পালে: ফাল্গুন মাস, ১৫৮০। ১১৮ ॥

ভুবনাৰাৰণ ৰজা।——পাচে পাণ্ডু-শৰাইঘাটত বৰফুকনে পিকচাই চোনিয়াযে থাকিল। টিংচু সন্দিকৈ, লাপেতি ফুকন প্ৰমুখ্যে বৰুৱাবোৰে চেচাত গড় বান্ধি ৰহিল। ভবানাথ কাজিও হাজোত ৰহিল। সেই সময়ত প্ৰাণনাৰাণে

চক্ৰপাণি খাণ্ডাধৰাক ৺দেৱৰ ঠাইলৈ পঠাই দিলে, বোলে, "মহাৰাজা লোক দক্ষিণকোল, মই লওঁ উত্তৰকোল, তোমাৰ লোক আমাৰ লোকে এক ঠাই হুই থাকিলে বঙ্গালে কি কৰিব পাৰে ?" এই কথা ৺এ নামানি কটকীক আহিব নিদি বৰুৱাবোৰক ফিৰাই পঠাব দিলে। তাত পাচে প্ৰাণনাৰাণ ৰাজাৰ ভবানাথ কাজিয়ে আহোমক যুদ্ধ দিলে গুৱাহাটীক লৈবাক প্ৰতি। আচামৰ ভোভোলা বৰুৱা পৰিল, আৰু বাৰুকতী ২ টা পৰিল। তাত পাচে ৭ দিনৰ অন্তৰে ভবানাথ কাজিও যুদ্ধে নোৱাৰি ভাগি গৈ চম্পাগুড়িত ৰহিল; চন্দ্ৰনাৰাণকে চিলাম কোঁৱৰকে যে বেহাৰক গ'ল। আচামৰ লোকে হৰি-ডেকাৰ বেটা প্ৰমুখ্যে মদতিত ৰহিলগৈ; বৈশাখ মাস, শক ১৫৮১। সেই-বেলা ৺এ নিচু সন্দিকৈক দায় ধৰিলে, বোলে, "বঙ্গাল যে ভাগি গ'ল তাক কিয় গৈ নধৰিলে, আৰু বঙ্গালৰ বস্তুজাত মইহে পাব লাগে, সিহঁতে কিয় ললে ?" এই বুলি নিচু সন্দিকৈক, দুৱৰা গোহাঁইৰ পুতেকক, সদায় ডেকাক, কোপতীয়াক, এই সকলক গড়গাৱঁলৈ আনি বজাহাতত লোৰা দি থলে। চতুৰ্ভুজ কটকীকে একাদহকে বোলে, "বঙ্গালৰ ঠাইত যে আছিলি বঙ্গাল যে ভাগি গ'ল তাক জানি বৰুৱাবোৰত নকলি কিয়, আৰু বঙ্গালক দক্ষিণ-কোললৈ পাৰ কৰিলি কিয় ?" এই বুলি দুইৰো এগোটা চকু কানিলে, সুৰাও নালিলে। তদন্তৰে আচামৰ একেদ লোক কলিয়াবৰত ৰহিলগৈ। সেই সময়তে বৰদেউনীয়াৰ চন্দ্ৰনাৰাণৰ বেটা জয়নাৰাণ কোঁৱৰে বঙ্গালৰপৰা আহি জয়ধ্বজ মহাৰাজাত শৰণাপন্ন হলহি। ৺ও তাক বৰজনা আই-কুঁৱৰীৰ হাতে বিয়া দি বিস্তৰ বস্তু দিলে। আৰু তাৰ মাথাত পাৰ দিয়া কামৰূপৰ ৰাজা পাতিলে; শক ১৫৮২, শাওণ মাস। ১১৯ ॥

পাণ্ডু-শৰাইত আহোম।—পাচে বাদুলি ফুকন প্ৰমুখ্যে চম্পাগুৰিৰ গড় মাৰি মাৰিলে, চন্দ্ৰনাৰাণ পৰিল। লাপেতি ফুকন, ফুলবৰুৱা ফুকন প্ৰমুখ্যে নাৱে গৈ বিজয়পুৰৰ গড় মাৰিলেগৈ। পাচে তাম্বুলী-দলৈৰ পুতেকে নাৱে গৈ সোণকোহ পাৰ হই গুলী মাৰি পুনৰ্ব্বাৰ বিজয়পুৰকে আহিল। পাচে জয়নাৰাণ ৰজাক প্ৰতি আচামৰ লোক পাণ্ডু-শৰাইঘাটলৈ আহিল; আশ্বিন মাস, শক ১৫৮১। ১২০ ॥

বিষয়াৰ শাস্তি।—ফাল্গুন মাস পুনৰ ভবানাত কাজি আহি মানাহা সীমা কৰি ৰহিলহি। পাচে জয়নাৰাণে বোলে, "তোমাৰ লোক মানাহা পাৰ হব নালাগে, বৰদেউনীয়াক মই মিলাই দিম।" পাচে মিলাব নোৱাৰিলে। সিপাৰৰ পৰা তিনি দিন গুলী মৰা মৰি কৰি পুনৰ্ব্বাৰ চৈত্ৰ মাস বেহাৰক

গ'ল। এই কথা ৺ৰে শুনি বোলে, "বৰদেউনীয়া যে ভাগি গ'ল তাৰ পাচে বৰুৱাবোৰে ভাগি নগ'ল কিয় ?" এই বুলি লাখটকীয়া বৰুৱা, চিৰৈবৰা, এই দুই নেওগক পাৰিসৰ সভাত ভৰাই আনিব দিলে। জয়নাৰায়ণকো দায় ধৰিলে, বোলে, "সি যে বৰদেউনীয়াক বৰায়ী দেও বুলি কিয় নোৱাৰিলে ?" বৰফুকনেও তাৰ তামুলী এনা কাটিলে এই কথাতে। ১৫৮১ শকত চৈত্ৰে পাঞ্চৰতনৰ পৰা হাবান-খোৰ হুই জয়নাৰাণ পলাই গল। ১৫৮২ শক, মাস বৈশাখ, বাদুলি ফুকন, দিহিঙ্গীয়া লাপেতি ফুকন, কুলবৰুৱা প্ৰমুখ্যে হাতীচলা, বৰীতলা মাৰিলেগৈ। বৰফুকন পিকচাই চেৰিয়া বালিত থাকি কামৰূপৰ যত কেকেৰি আছিল সবাকে সৰু সোণকোহ পৰ্যান্ত ডকাই আনিলে। সেই সময়ৰ পৰা ডেৰ বৎসৰ কেকেৰি বাইজা হাবি হৈ আছিল। আৰু সেই সময়ত ৺ৰে কাৰ্য্যৰ বিসঙ্গতি হব যেন জানি ছাস্তা-খাৰ ঠাই উকিল পঠাবৰ মনে চাংমেল হুই ডাঙ্গৰীয়াসকলত পুছিলে, বোলে, "নকাৰ নবাবে যে আমাৰে সমান পত্ৰ লেখে লেখিব পাৱনেকি ?" পাচে ফুকন বৰুৱা সহিতে সকলেও অনুমোদন কৰিলে বোলে, "৺ৰে যি বুলিছে উত্তমহে বুলিছে। উদয়গিৰি স্বৰ্গৰাজা, অস্তগিৰি দিল্লীশ্বৰ, এই দুইজন হৈ গৰিষ্ঠ ব্যবহাৰ সমান লেখন উচিত হয়, নকাৰ নবাবতো ৺ৰ বন্দী বৰুৱা ফুকনবহে যোগ্য।" তাত পাচে সনাতন, মাধচৰণ, দুই কটকীত সুধিলে, দুই কটকীয়ো সেইৰূপে কলে। পাচে ৺ও খা হুই মেল ভাঙ্গি দুয়ো কটকীক বন্দী কৰি থব দিলে। পাচে পুনৰ্ব্বাৰ চাৰি দণ্ড মাৰিলত পৰীয়া বহাৰ পৰা সনাতন, মাধচৰণ, দুই কটকীক ভিতৰক নি ৺ৰে বোলে, "কটকী হুই তহঁতে যুক্তিপৰ কথা মোত কিয় নকলি ?" পাচে দুই কটকীয়ে বোলে, "আমি দুই বন্দীয়ে ৺দেৱৰ আগত মাতিব পাৰোঁনেকি ? ৺দেৱৰ তেজ-শক্তি স্বৰূপত তিনি-জনা ডাঙ্গৰীয়া, বিশেষত বৰবৰুৱা, বৰফুকন ৺ৰ দুই বাহু, নবৰত্নৰ সদৃশ আনো কাষ-ফুকন বন্দী-বেটা অনেকো ৺ৰ সভাত আছিতে আমি দুই বন্দীয়ে একো নামাতিলোঁ ; হাতী-ঘাঁহী, ঘোৰা-ঘাঁহীৰ লগৰ মানুহ আমাৰ কথা কত ৰয়, আৰু ৺য়ে যিৰূপে সুধিলে সেইৰূপে কলোঁ।" ১২১ ॥

ছাস্তা-খাঁলৈ কটকী।—পাচে ৺ৰে দুই কটকীক বোলে, "তাৰ দেশ-লোকজন চানানক চাহিলে আমাৰনো কোনৰূপে বঢ়া হব ? যি কৈছ নকাৰ নবাবেৰে ফুকন বৰুৱাহে সমান হেন, ইনো অযোগ্য।" পাচে দুই কটকীয়ে বোলে, "৺ৰ ঠৈ-তলত মৰা বন্দী মেলৰ মাজত যে তাৰ উন্নতিক কহিম ৺ৰ বন্দী-বেটা আনো লোক আছে। সেই সকলৰ উৎসাহ শক্তি শুনিলে

কিৰূপে ৰাখিব, এতেকেসে সেইৰূপে কলোঁ। বিশেষত ৬ দেওনো কাৰ অধীন ঈশ্বৰে কৰিছে ? আপোনাৰ ৰহস্য বুজাত ৬ৰে যি বুজিছে কথাও সেইহে।" আৰু সেই সময়ত ৬ৰে বোলে, "শুনিছোঁ অৰং-চা পাৎসা হৈ মুৰাদবক্স, দাৰাং-চাহক মাৰি তাৰ বৰ ভাই চাহ-চুজাক খেদি গোল-কুণ্ডাৰ পৰা এক জৱোৱান নবাবক সেই চামানে পাৎসা আজ্ঞা কৰিছে; বোলে, 'কোঁচবেহাৰ আৰ আচাম মলুক তই গাই চাফ কৰি দে।' মীৰ্জা-জানাৰ বেনিয়ে বোলে, 'ভালা, সেই ৰাজ্য চাফ কৰি দেওঁগা।' আৰ শুনিছো, ছাস্তা-খাঁৰ ঠাই পাৎসা ঢুকি আছিবাক বুজিছে। এতেকে আমাৰ উকিল-পত্ৰ ছাস্তা-খাঁৰ ঠাই গলে সকল সমাচাৰ সি ঠাইৰ বুজা যাব। আগেও ছাস্তা-খাঁৰ ঠাই প্ৰীতি সূত্ৰ ৰহিছে।" আৰু ৬ৰে বোলে, "যি সময় অৰং-চায়ে দাৰা-চাহাক খেদি যাবাক লোক-লস্কৰ পঠাই দিলে সেই সময়ত অৰং-চায়ে বোলে, 'বাবক গোৰ দি তক্তত বহোঁ মানে ভণ্ডাৰৰ টকা খৰচ কৰিব নাপাব। কিৰূপে চিপাহী লোকক ৰাখিম ?' পাচে এই কথা মীৰ্জা-মুলাবে শুনি ৬০০০ সোণৰ মোহৰ দি পঠালে অৰঙ্গজেবৰ ঠাই। অৰং-চায়ো খৰচ দি আগ কৰি চিপাহী-লোকক পঠাই দিলে দাৰাং-চাহৰ লাগি। পাৎসা হৈ বিদেশী মোহৰ কিৰূপে লনে? এতেকে কাৰ্য্যৰ বলাবল বুজি হীনেৰেও সময়ত কৰ্ম্ম কৰি, সিতো পাৎসাৰ সম্বন্ধি তাক কোনে হীন বোলে ?" এই-ৰূপে সমালোচন কৰি শ্ৰীশ্ৰীজয়ধ্বজসিংহ মহাৰাজায়ে ছাস্তা-খাঁৰ ঠাই সনাতন মাধচৰণ, দুই কটকীক পঠাই দিলে পত্ৰ-সন্দেশ সহিতে। হস্তি-দন্ত ১৪টা, গাঞ্জ ২৭টা, কলীয়া চামৰ ২০টা, মৰিচ ৬০ সেৰ, খৰগ ২টা, সোণৰ মলমকৰা কটাৰী দুখন, সোণৰ মোহৰ ৬০ কুৰি, আৰ সুখ সমাচাৰেও শিখাই বুজাই পঠালে। ১২২ ॥

কটকীৰ সমালোচনা।---পাচে দুই কটকীয়ে ৬দেৱৰ ঠাইৰ পৰা আহি কলিয়াবৰত ১০ দিন আছিল। চাহবুৰুজত ৫ দিন, তাৰপৰা হাজোত ২ ৰাতি, তাৰপৰা কুকুৰাকুছিত ১ ৰাতি, তাৰপৰা মানাহমুখত ১ ৰাতি, তাৰপৰা বঙ্গামাটিত ২ ৰাতি, তাৰপৰা চাংৰায় চৌধাৰীৰ বিলাতত ২ ৰাতি, তাৰপৰা ছেৰপুৰত ২ ৰাতি, দগধকাত ২ ৰাতি, তাৰপৰা লখীয়াৰ সোঁতায়ে সোমাই ১ ৰাতি, ডেমেৰাত ১ ৰাতি, নাৰাণদিয়াত ১ দিন। পাচে তাৰ-পৰা বগচৰিয়া নিলেহি ২টা তুৰুকি ঘোঁৰাৰে। বোজ-দেৱানত বহি পাৎসাহী কাৰ্য্য কাম সোধ-পোচ কৰোঁতে নবাবৰ হজুৰ কৰিলেনি। পাচে দুই কটকীয়ে দলিচাৰ ওপৰত হাতযোৰ কৰি ৰহিল। পাচে নবাবৰ আদেশে মুৰাৰিধৰে

পত্ৰ মাতি শুনালে । পত্ৰ শুনি বচন-সমাচাৰ কব দিলে । পাচে দুই কটকীয়ে কলে, বোলে, "পাৎসা শুনিছোঁ ছাস্তা-খাঁৰ বচন নাৰালে, এতেকে দুয়ো ঠাইৰ প্ৰীতি হৈ যদি ৰহিল, দুয়োদলৰ গো-ব্ৰাহ্মণ সুখে ৰহিব।" আৰু বোলে, "ছাস্তা-খাঁও সামান্য নহয় । জন্মাবধি পঞ্চ-হাজাৰী নবাব, সকল কথা-বাৰ্ত্তা ছাস্তা-খাঁ পাৎসাৰ ঠাই জনাব পাৰে । আৰ অতি পূৰ্ব্বে তোমাৰ যে ৰাজা সত্ৰাজিত আমাৰ ঠাই বৰকুকন সহিতে যিৰূপ প্ৰীতি হৈ আছিল তদনুপ্ৰীতিবিহে নবাব আহ্‌লায়াৰ-খাঁ শ্ৰীযুত ৰবৰবৰূৱাৰ চাতে তদবি হৈল । ইদানীক তোমাৰ হাৰ্জসৌগন্ধ আমাৰ চাতে যেমন ৰাখে আৰ আমাৰ সল্লাহ যিৰূপ তোমাৰ নজিক বাচে, যে কৰ্ম্মে প্ৰীতিৰ বীজ বাৰ্দ্ধতা হৈয়া পুষ্পিত ফলবিত হইবে, এতেকে কাৰ্য্য উভয়থা হামেচা কৰ্ত্তব্য ইদানীক।" আৰ বোলে, "আমি দুই পাৎসাৰ সমস্ত কালে প্ৰীতিতে গৈছে, এখন চেকেৰিয়ে মাজত কন্দল কৰায়া গুৱাহাটিৰ পৰা খেদাই।" এই কথাকে মীৰ্জা-নাথুলাও কলে, বোলে, "হৰ, মোক ভবানাথ কাজিহে গুৱাহাটীৰ পৰা ভয় দেখাই পঠালে।" এইৰূপে সুখ-সমাচাৰ ছাস্তা-খাঁত কলে । পাচে ছাস্তা-খাঁও পাৎসা দিয়া নাম কেশোৰ-খাঁ পুতেকক বোলে, "৬কে দোনা উকিলকো বক্সিচ্ পাৱায়ো।" পাচে আগৰ নাম মীৰ্জা-দুখী পুতেকে ছাস্তা-খাঁৰ আজ্ঞায়ে সুলতানী তাবৰ জামা ২টা, সোণৰ দহিয়েৰে শুক্ল পাগ ২টা, কলীয়া পটুকা সোণৰ ফুলেৰে ২ গছ, ইজাৰ সহিতে ২ খন পামৰু, বিচিত্ৰ সোণোৱালী পাটি ২ গছ, দুই কটকীৰ পাটিৰ বচোৱাল, কঁৰীয়া সোলোকাই কাণত জেঠীৰ ডিমাৰ মান মুকুতা, সুবৰ্ণৰ ৰজ্জু, প্ৰৱাল সহিতে কৰ্ণভূষণ কৰিলে । সিদিনা আন একো বাণ বচন কথা ছাস্তা-খাঁ নবাবে দুই উকিলত নুসুধিলে আৰু বোলে, "ৰায়-নন্দলাল দেৱানৰ বাসা দিওক নি।" ৰায়-নন্দলাল দেৱানৰ ঠাই ৭ দিন আছিল । ৰোজ এগোটাকে ১০ ৰুপিয়া পকা কৰি দিছিলে দুই উকিলক নিতে । লগৰ মানুহক নিতে একোটাকো ৫ ৰুপিয়া কৰি দিছিলে । ১২৩ ॥

ছাস্তা-খাঁৰ উত্তৰ ।—আৰ নবাবৰ নিয়ম এই,—বিহানে নেমাজ কৰি বহে, সেই সময়ত গ্ৰী-কাকতী ওৱাকানবিছ ভিতৰৰ নবাবৰ হাস্য-পৰিহাস তাকে লেখি থয়, তাকে শুনায়, তাৰ সিদ্ধান্ত অনুক্ৰমে দিয়া খিলৰত খানাত বহেহি । চাৰি দণ্ড দাতোৱান কৰি মুখ দুই ওজু কৰে । পাচে পীৰ-ফকিৰক খানা খাব দি আপুনি ভোজন কৰে যায় । সেই প্ৰস্তুতত আমাৰ দুই কটকীক অভ্যান্তৰক নি অনেক কথা-বাৰ্ত্তা হৈছিল । সেই সময়ত ছাস্তা-খাঁ নবাবে

বোলে, "সনাতন, মাধচৰণ, তোমাৰি ৺ৰাজা আৰ ভাই বৰনবাব প্ৰীতি-বান্ধা হুয়া আছে। আমাৰি অৰং-ছা পাৎসা আপোনাৰ ভাতৃসকলক জব্দ কৰি অৰং-ছা পাৎসা হয়া আছে। অৰং-ছাৰ মান কূটস্থ কোনো পাৎস নাহি, বৰ ৰাজ্যলুভী পাৎসা, আৰ বিশেষতঃ শুনি আছোঁ, আসামমলুক আৰু কোঁচবেহাৰ চাফ কৰি দিবাক খানখানাক পাৎসাৰ আজ্ঞা হৈছে। সি যেখন তোমাৰ সমুখে যাই, তেখন তোমৰা অনেক তাৰ ঠাই সুপাৰিচ কৰিছ, কৰিবাক লাগে, তেবেসে দুই দলৰ গো-ব্ৰাহ্মণ সুখে ৰহে। যিৰূপে খানখানা ফিৰে সেৰূপ কৰিবা। খানখানা জৰোৱাল নবাব, ভাল মন্দ কিছুকো নাজানে।" পাচে আমাৰ মাধচৰণে বোলে, "চাহাবে যি বুলিছে, সিতো এমতহে হয় পূৰ্ব্বে ৰাজা যুধিষ্ঠিৰক পাঞ্চ ভাই ভাৰ্য্যা সহিতে কূট-মন্ত্ৰণা কৰি ৰাজ্য-সম্পত্তি চুৰিয়া লৈলেক দুৰ্য্যোধনাদি সকলে, তত্ৰাপি কালচক্ৰৰ গতিৰ দ্বাৰায়ে যুধিষ্ঠিৰেহে চক্ৰবৰ্ত্তী ধৰণীমণ্ডলীৰ ৰায়ৰাজেশ্বৰ হৈয়া ৰহিল। দুৰ্য্যো-ধনাদিৰ কূট-মন্ত্ৰণা আপোনাৰ লগতহে গ'ল, যশ-ধৰ্ম্ম কিছু নৰহিল; এতেকে লোভ কৰিব নাপায়। ঈশ্বৰে যাক দিয়ে সেইহে পায়। আৰু চাহাবে যে বোলে, খানখানা জৰোৱাল নবাব, ভাল মন্দ কিছু নাজানে। যাই বৰলোক হৈয়া ভাল মন্দ নজৰ নাহি কৰে, তবে সিতো মৰ্দ্দ-চাতে কেমনে সুপাৰিচ ৰহে। সিটো জৰোৱাল নাহি হয়, নামৰ্দ্দ হোৱে। পাচে ছাস্তা-খাঁ বোলে, "হা হা উকিল, যেখন্তো খানখানা আমাৰ চাতে আইসে তেখন্তো খোদাই যে হুকুম কৰে, পাৎসাতো হুকুম এখন খানখানাৰ ওপৰত চৰিছে।" এইৰূপে অনেক কথা-বাৰ্ত্তা হৈ আছোঁতে সেই সময়ত ছাস্তা-খাঁ সানেকিত খানা খাইছোঁতে বোলে, "সনাতন, মাধচৰণ, তোমাৰি স্বৰ্গৰাজা অতনা খানা খায?" তাৰ অৱশেষ যি সানেকিত আছে, তাতে হাতেৰে চাপৰ মাৰি দেখালে। ১২৪ ॥

অসমীয়া কটকীৰ বিদায়।—নবাবৰ বচন শুনি মাধচৰণে বোলে, "চাহাব স্ব৺ য'ত খানা খায তাক আমাৰ নজৰ কৰিবাক নাহি পায়। ৺ খানা খাইছোঁতে যে বৰগোহাঁই আৰু বুঢ়াগোহাঁই আৰ বৰপাত্ৰ-গোহাঁই বৰবৰুৱা, বৰফুকন যাক বৰনবাব বোলে, আৰ ফা-ফুকন ৰাজখোৱা, এইসকল সহিতে অভ্যান্তৰত ৺ৰে সুৱৰ্ণৰ সিংহাসনত থাকিতে যাক যিৰূপ সুৱৰ্ণৰ ৰজতৰ স্থালত ক্ৰমে খানা দেয, সেই সকল সহিতে ৺ৰে সুবৰ্ণৰ স্থালত খানা খায, যাৰ নাম মাইহাঙ্গ বুলি প্ৰসিধ কহে। কিন্তু চাহেবৰ সানেকিত যতমান ৰাহিছে অতমান খানা ৺এ হেঙ্গলাকো বাহিৰাৰে; চাহেবৰ সানেকিত যতমান

খানা দিছিল, হেঙ্গলেও আৰ অৰ্দ্ধমান খাই আকেহে আমি দেখোঁ।" পাচে ছাস্তা-খাঁয়ে নিকুত্তৰ হৈ বৰ প্ৰশংসা কৰি ৰূপোৱালী জামাৰে কাপোৰ ২ যোৰ, সোণৰ পটিয়েৰে দুই কটকীক দুই শকৈ ৪০০ ৰূপ দি বিদায় দিলে। আন মানুহ লৈ ১০০ শ ৫ খন ভাৰী নাৱেৰে, লগত গৈছিল আমাৰ ২ কটকী ২ খন চৰাত, বাচৰু নাৱেৰে বঙ্গালৰ কটকী বৈশাখ মাস পালেহি পত্ৰ সন্দেশ সহিতে। পাচে গুবাহাটীত ৰাজাৰ শ্বশুৰ বৰফুকনে ধাৰাণে তুলিলে। ১২৫ ॥

বৰফুকনলৈ ছাস্তা-খাঁৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি মহামহিম ৺ৰাজাকে শ্বশুৰ ভাই বৰনবাবক প্ৰতি—

লেখনং কাৰ্য্যঞ্চাগে তোমাৰ এনায়ত মেহৰজুদ নামাসহিত তোমাৰ উকিল সনাতন ও মাধবচৰণ আপোন কৰ্ম্মাইত এখানে আগৰ তাগায়ত বগচায়াল পহুছিলে আমিও পৰম সম্মাইত ভাৱ হৈয়া ইয়াদ্ হকিকত্ পৰং সাদৰে পুৰুচিদাম, আৰ তুমিও আমাৰ কাৰণ হাস্তম ৮ আচৰ্ফি সন্দেশ ভেজিছিলা, আমাৰ তোমাৰ প্ৰীতি, ইয়াত আচৰ্ফিৰ কি কাৰ্য্য? আমাৰ কামৰূপ কোঁচনকে ৰায়াত সব উজাৰ, তুমিতো আপোন মলুকে ঘাইল কৰ্কে বস্তবুদন ইসো আস্তে। শ্ৰীশ্ৰীযুত আলাম পাৎসা চাহেবকে আহালদিল পুৰখাস্মাপাদ আকায়দ চিস্তাপ হুকুম কে বাৰাক্ত। আকলাস্ত শ্ৰীযুত ৺ৰাজাৰ শ্বশুৰ বৰনবাবকে একবাৰ গিওঁ বৰকৰ্দ্দন আচামকে ৰায়ত। বায়-বৰুয়া কুকন তামাম সজিয়ান চ্যবদস্তন ৰাজাকে শ্বশুৰ-বৰনবাবত ও বিবৈ কাৰ সিক্ত ইস্কো হুকুম হোয়ে হান, আৰ তুমি বুলিয়াছ চেকেৰিহে তোমাৰ আমাৰ মধ্যে অ'স্তাব দেই, খানা বিগাৰ কৰে, আমিতো দিল নাজান্তাহে, এমনতো বাৰম্বাৰ জবাব লেখি আছ। আমিতো আহাল নামে দানী আৰ তোমাৰ নিমিত্ত সন্দেশ দোজন উকিলৰ হাতে পাঠাইতেছি। আৰ ৰাইবাৰ কৰ্ম্ম মাফিক সমাজি লৈবেন, ওঁ আগে ৭০০ ৰূপয়া পঠাইছিলা সন্দেশীয়া গুণা গাড়ী আনো উপায়ন বকচিয়া, কিন্তু যদি এখন তোমাৰ ৺কৰ্ম্মাই হৈয়া তবে গডাই পাঠাইবেন, কি কাৰ্য্য ছিল, তোমাৰ ও আমাৰ, ৰূপয়া দুই নাহয, ৭০০ ৰূপয়া উপায়ন তাৰ বানছীযা লৈবেন। ও এখন আমীৰোল-উমৰাও মীৰ্জা-হেনাৰ বেটা মীৰ্জা-মূলা নবাব তাগায়ত আচম মহিমকে মঞ্জিল-বমঞ্জিল চুদওৱাহ চৰে; আৰ তুমিও একসাসবাতে আপোন খাতিৰ জমা ৰাখিবা। এই নস্ত সব যেমত নহাদিদ্ দিলগীৰ চোৰযায়ে, এমত জুথাবেত, তোমাৰ আমাৰ মধ্যে লোকজনৰ আজাৰ বন্ধক চনা তাৰিখ নৰাখ, অল্প-

জম্রে সব আজাব দূৰ পিৰে পাচ আবৰদ এ সব নচিয়ত তামাম দিল কুচিয়াৰা চাদ। পত্র শুনি বোলে, "পত্রত যে উকিলক নেলেখিলে কাৰণ কি ?" এই বুলি ৺ৰৈল জনালে।

তাৰ অনা সন্দেশ.---বানাত ৪ খন, তাব ২ মুঠা, সং ৭ সেৰ, কনৰবাঙ্ক ৭ গজ, শক ১৫৮২। ১২৬ ॥

অসমীয়া সৈন্যৰ কাৰাজ।---পাচে মহাৰাজাও ছাস্তা-খাঁৰ ঠাইৰ কথা বার্ত্তা শুনি বিধাৰণ দেখি বঁটা-বাহন দি জাগাস-খাঁক ওলটাই পঠাব দিলে। তাত পাচে ৺ৰে তিনিজনা গোহাঁই প্রমুখ্যে বৰুৱা ফুকন ৰাজখোৱা হাজৰিকীয়াটো প্রযত্নে আপোনাৰ যাৰ যি ডাগি সেই সেই ৰূপে কাণ্ড কাঠী-ধনুখন ভালৰূপে মৰাব, দুয়ো বেলা অভ্যাষ কৰিব দিলে. আৰ হিলৈদাৰী বাৰুৰতী এইসকল প্রমুখ্যে আনো অস্ত্র-শস্ত্র অভ্যাস কৰালে। ৺ও ৰূপৰ কেৰু বস্ত্র কৰি অনেকৰূপে দিয়ো প্রজাৰ মন বান্নাই ৰং-তামচা কৰি চাই প্রজাৰ মধ্যত দোলায়েৰে ফুৰি থাকে। এই ৰূপ অনে প্রকাৰ কৰি ডা-ডাঙ্গৰীয়াসকলৰ ঠাইতো চা-চৰিয়া দি অনেক প্রবন্ধে দণ্ডি কৰিও শিখাইছিলে। আৰ কাল ঈশ্বৰৰ ইছায়ে লোকজনৰ দুখৰ কাৰণে অনেক অদ্ভুত মিলিল। দিগচুঙ্গীয়া মেধিৰ ঘৰত পাঞ্চ বালক জন্মিল এক স্ত্রীত। ৰু ৺দেৱৰ গড়-কোপত অনেক শৃকাল বলিয়া হৈ অনেক মনুষ্য কামুৰিলে। আৰ ৺ও কাঠৰ তৰোৱাল সাজি. ধনুত ফৰিঙ্গা দি হিলৈত গুলী নিদি বৰঘাটিত আপোনাৰ লোকেৰে ৰং কৰি বঙ্গাল পাতি ৰণ কৰালে; শক ১৫৮২। নিশা ১০ দণ্ড গতে দেৰগাওঁৰ মহাদেৱৰ ঘৰত হস্তী, ঘোঁৰা, মানুহ ওলাল, সকলে দেখিলে ৺ৰে শুনি এক কৌটি হোম দান কৰালে ২০০। ৰাজমাৰ মৃত্যু। ১২৭ ॥

আহোম বঙ্গালৰ কটকীৰে কথা-বার্ত্তা।---তাত পাচে খানখানা নবাবে চাৰি কুৰি হাজাৰ চিপাহী সহিতে আৰু অনেক নবাবসকলেৰে চুজাক খেদি বিচাৰি নাপাই, পাৎসাৰ আজ্ঞায়ে সুকিলে ছাস্তা-খাঁৰ ঠাই। ছাস্তা-খাঁয়ো সকল সমাচাৰ কলে। পাচে খানখানা নবাবে ছাস্তা-খাঁৰ ঠাই অপমান পাই ঢকাত ৰহি লালোৱা, হৰাম. দুই কটকীক পঠালে, বোলে, "আমাৰ হাতী-চলা, বৰীতলা, গুৱাহাটা সিবোৰে কেমনে মাৰে ? যদি হাতীচলা, বৰীতলা। গুৱাহাটা সিবোৰে এৰি যায় তেবে গো-ব্রাহ্মণ, নৰ-নাৰী, প্রজাৰ কুশল হুই ; যদি চাৰি নিদিয়ে, এই সমস্তৰ বধভাগী সেই সবে হব।" এই বল্লি দই কটকীক পঠাইলে। দুই উকিলো আহি লাপেতি-ফুকন, বাদুলি ফুকনৰ

ঠাই পালেহি। তৈতে দুই কটকীক ৰাখি বৰফুকনলৈ জনালে। পাচে বৰফুকনেও ৶লৈ জনালে। ৶ৰ আজ্ঞায়ে বৰফুকনে এই বুলি বিদায় দিলে। পাচে লাপেতি ফুকনেও লালোৰা, হৰাম, দুই কটকীক তুলি বোলে, "ঐ লালোৰা, হৰাম, তইঁততকৈ গো-ব্ৰাহ্মণ বাইজ্যৰ কাৰণ যি কৈছিল ই কথা আমাৰ ঠাই কৰ নাপাই, বৰদেউনীয়াতহে কব পায়। আমি বৰদেউনীয়াকহে মাৰি লৈছোঁ। তাঞ্ৰিৰ আমাৰ কন্দল নাই, প্ৰীতিতহে আছোঁ।" এই বলি তাৰ লগে দুটা ভাল মানুহ দি বিদায় দিলে। পাচে লালোৰা, হৰাম, দুই উকিলো গৈ নবাবত জনালত নবাবে বোলে, "আচামৰ দুই আদমিক পঠাই দে," এই বুলি। "ভাল, এখেতো আমি মহিমক যাওঁ, বৰদেউনীয়া চাঁফ হলে ইহাৰ খবৰ পাবি।" এই বুলি পঠাই দিলে। পুনৰ্ব্বাৰ বৰ-দেউনীয়াক মাৰি লালোৰা, হৰাম, দুই কটকীক পঠাই বোলে পত্ৰ সহিতে বোলে, "এখন বৰদেউনীয়া চাফ হ'ল। আমাৰ হাতীচলা, বৰীতলা, গুৱাহাটী এৰি দিওঁক।" এই কথা লাপেতি ফুকনে বৰফুকনলৈ জনাই তুলিলে। ১২৮ ॥

ছান্তা-খাঁলৈ বৰফুকনৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলমঙ্গলাগাৰ শ্ৰীশ্ৰীযুত দিল্লীশ্বৰ পাৎসাকে নাৰচাৰাল জিযাদা হুকুম আওৰাদস্ত চৰবাচ কমৰ বস্তন,

এক আয়মাকো মহকুমকৰ্দ্ধ শ্ৰীযুত খান খানা চিপহচালা আমীৰোল-উমৰাও নবাব অজৰোই, ওমৰ-কবিৰ, তোহ্ন্ গুণাগাৰ, দৰিয়ায়ে অপৰকাৰ, আমালৈকে সপৰ, বহুতেবগাঢ় শূল-প্ৰতাপ, আৰ কোঁচবেহাৰ পহিলোকো আচাম বিলায়ত কুচ দগেহে পাণ্ডু, গীবদাস্ত মহকুনকৰ্দ্ধ তেগৰ বচৰ চোৰ্দ্ধ। শ্ৰীযুত ৰাজশ্বশুৰ বিশিষ্টগণাগণ দিনকুহাল পাত্ৰাধিপাত্ৰ মহামাত্যক জ্ঞানাধিসঙ্কাশ ও আগৰ কামৰূপ বিলায়ত এওকু মেৰাবদ ওৰাক আপোন ইয়াক প্ৰীতসোগন্ধ বালকজদ হকিকত খতকিতাৰত মেচোপৰাদ, অতএব দো তৰফ খোচমে দাস্তানদ, এতেদো হাল, যেনামাৰোক্ত পৰ্ব্বৰেক সেনা ফিৰিব, আমিও তাকেসে বাঞ্চে, পূৰ্ব্বপ্ৰীত আন্দাস্ত, সনাতন ও মীৰ বগলান ও মাধচৰণ তাকাহুত অৰূপ নাকৰিবেক। ইতি শক ১৫৮৩, মাস ফাল্গুন। ১২৯ ॥

---

# নবম অধ্যা।

## মীৰজুমলাৰ অসম আক্ৰমণ।

**মীৰজুমলাৰ আক্ৰমণৰ এটি উপকথা।**—পাচে লাপেতি-ফুকনে তুলি পুনৰ্ব্বাৰ বিধাৰণ দেখি শ্ৰীসূৰ্য্যক পৰা ওজনাই পঠালে। আৰু বুলিলে, "ৰাজ্যৰ কাৰণ যি কৈছে, পৰমেশ্বৰ বিধাতা অনুকূল হৈ আক দিছে, তাঞ্চি খুজিলে কিয় পাব? হস্তীৰ দন্ত ওলাইছে পুনৰ্ব্বাৰ সোমাবৰ কৈত দেখিছ? এই খান নবাবত কবি।" লালোৰা, হৰামে বোলে, "উত্তম জনে বচন বুলিলে ৰক্ষা কৰণেহে যুক্ত, বচনতো ৰক্ষা নহল, হস্তীও পশুহে।" পাচে লালোৰা, হৰাম, দুয়ো বাসাক আহিল। সিহঁতক ধাৰাণে ৰোজ দিলে। ৰোজত জীয়া পছ দিলে ১টা। পাচে দুই কটকীয়ে আন সিধা ৰাখি পছৰ গলৰ দোল মেলি বনৰ মাজক খেদিলে। পাচে আমাৰ ৰোজ দিয়াইতে বোলে, "পছ তোমালোকক ভোজনলৈ দিলে, বনক খেদিলি কিয়?" পাচে দুই কটকীয়ে বোলে, "ভাই, দিনচাৰেক হৃষ্ট-পুষ্ট হৈ থাকক। অনেক হস্তী, অনেক বন্দুকধাৰী, অনেক ঘোঁৰা, এই সকলৰ আগত কাঁহা যাব, খাব পাব। আৰ এক উপকথা কওঁ শুনিবি,—দুটা বাহ মৰা চৰাইৰ যুদ্ধ লাগিল; ই গছৰ পৰা সি গছলৈ যায়; তাত বল নোৱাৰি ঝোনিঝুৰিকৈ পৰ্ব্বতত পৰিল। তাৰো পৰা পৃথিবীত পৰি মূৰ্চ্ছিত হৈ আছিল। দুই পখীৰ যুদ্ধ হস্তী-সকলে দেখিছে। তাৰ এক বুঢ়া হস্তীয়ে বোলে, "ই ঠাইত থাকিবলৈ আমাৰ ভাল নহয়। ই ঠাইত থাকিলে কল্যাণ নাই।" তাৰে এক মৰদাৰ হস্তীয়ে বোলে, "এনে ঠাই এৰি কলৈ যাব? যদি পখী আহে তাক মাৰিবাক নোৱাৰিবনেকি?" এনেতে দুই পখী ঝোনিঝুৰিকৈ হস্তীসকলৰ আগতে পৰিল। চকু কৰ্ণত নখ লাগি ঘা লাগিল, চকু মুদি হুলস্থুল লাগিল। খালে ডোঙ্গে দোপে বোকায়ে পৰি অনেক মৰিল। দুই চাৰি পলাই এৰাল। এই-ৰূপে বুঢ়াৰ কথা নলৈ মৃত্যু হ'ল। এতেকে হাতী-ঘোঁৰাৰ আন্দোলত জল-সংঘটিত জলৰ শোণিত ভংঘল বালা, যূথে যূথে আইব পশুৰ পালা।

খাটাখুটা মাজুম-খাঁ মুখে চাঁব ডাড়ি।
থানা লেনাৰ ভঙ্গে যাইব গুৱাহাটা বাৰী॥"

এইৰূপে বুলি দুই কটকী গ'ল। ১১০॥

**আহোমৰ পৰাজয়।**—পাচে লালোৰা, হৰাম, দুই কটকীয়ে মাজুম-খাঁৰ ঠাই সকল সমাচাৰ কলেগৈ। মাজুম-খাঁও সকল সমাচাৰ পাই সসন্যে সহিতে

আহোমক খেদি আহি প্ৰথমে বেহাৰ মাৰি প্ৰাণনাৰাণক খেদালে। পাচে আচামে মাজুম-খাঁ আহিবৰ শুনি হাতীচলা, বৰীতলা এৰি নানাইমুখত গড় বান্ধি বাদুলি ফুকন ৰহিল। পাঞ্চৰতনৰ ফুলবৰুৱা ফুকনে, লাহন ফুকনে ৰহিল; ৰাজাৰ শহুৰেক পিক্‌চাই চেতিয়া ৰহিল পাণ্ডু-শৰাইঘাটত। তাতে কিছুমান যুদ্ধ কৰি ৰহিব নোৱাৰি পাণ্ডু-শৰাইঘাটত ৰহিলহি। বঙ্গালো আহি সন্মুখে ৰহিল। তাৰো একো কৈদক পাচলৈ ছাহবুৰুজত ৰহিবৰ দেখি সেই ৰাতিয়ে আচাম আহি নাপাতি এৰি চামধৰালৈ ভাগি আহিল। কাণ্ড-কাঠীয়ো মাৰিব নোৱাৰিলে পাণ্ডু-শৰাইঘাটত। আৰ যৈতে যি থাকিল তাকো আনিব নোৱাৰিলে; মাস ফাল্গুন, শক ১৫৮৩। পাচে ৺ৰাজা সমস্ত লোক চামধৰাক ভাগি আহিবৰ দেখি নেওগৰ পুতেক শহুৰেকক খঙ্গি বৰফুকন ভাঙ্গিলে। উত্তৰকোলে চামধৰাত বানৰুকীয়া বৰগোহাঁইক সেনাপতি পাতিলে মুখ্য কৰি। দক্ষিণে ঘোঁৰা-কোঁৱৰ প্ৰমুখ্য বুঢ়াগোহাঁই, বৰপাত্ৰগোহাঁই, নামনিয়াল ৰাজাৰ শহুৰ বৰচেতিয়া, চাৰিংৰজা, ৰূপসন্দিকৈ, আনো বিস্তৰ লোক আছে। পাচে বঙ্গালো আহি নাৱে-তৰে গুটিঘুৰুৱাত ৰহিলহি। লাপেতি-ফুকন, তামূলী-দলৈৰ পুতেক প্ৰমুখ্যে কৰি গড়ৰ পৰা ওলাই নাৱে খেদি গৈ ধৰি ধৰি ভঙ্গ খাই চামধৰাকে আহিল। পাচে ঘোঁৰা-কোঁৱৰ ফুকনে দখিণকোলে যুদ্ধ দেখি বৰগোহাঁইলৈ লোকজন খুজি পঠালে, বোলে, "উত্তৰে দেখো যুদ্ধ নাই। আমাৰ লগত ভৰ দিবলৈ লোকজন পঠাওক।" বৰ-গোহাঁইও লোকজন নিদিলে, বোলে, "দক্ষিণতহে লোকজন বিস্তৰ আছে। লোকজন পঠাই মই অকলে কি কৰিম ?" দখিণে পাঞ্চদিন যুজে। তাত পাচে বঙ্গাল আহি পোতাকসঙ্গৰ পোনে কিছু যুদ্ধ কৰিলে। লেচাম হাতী-বৰুৱা গড়ৰ ওলাই বঙ্গালক ধৰি পৰিল। তাত পাচে দ্বিজোৰ পোনে বঙ্গাল গড়ত উঠিলহি। তেৱে আচামৰ লোক নাৱে-তৰে সমস্তে ভাগি সলাত ৰহিল-হি। পাচে আচামো সলাৰ পৰা নাৱে গৈয়া কুকুৰাকটাত যুদ্ধ কৰিলেগৈ, তাতো ভঙ্গ হ'ল। বঙ্গালো সলা পালেহি। তেৱে তিনিজনা গোহাঁই প্ৰমুখ্যে যত ৰাজাগণ, ফুকন, ৰাজখোৱা, হাজাৰিকীয়া, সমস্তে ভাগি আপোনাৰ চাৱা-কুৰ্ম্মা লৈ যেই পোনে পালে সেই পোনে ভাগি গ'ল। আৰ হাতী, ঘোঁৰা, বাৰু, হিলৈ, আৰু যত আহিলা-পাতি সমস্তে বঙ্গালে পালে ; উত্তৰ কোলে যুদ্ধ নহল ; শক ১৫৮৩, মাস চৈত্ৰ। ১৩১ ॥

বিষয়াৰ ঠাই সলনি।—পাচে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, নামনিয়াল ৰাজাৰ শহুৰ ভিতৰুৱাল গোহাঁই, তামূলী-দলৈৰ পুতেক

এইসকলক গড়গ্ৰামত থৈ ৶ঙ্গো নামৰূপলৈ গল। তাত পাচে গড়গ্ৰামৰ পৰা ডাঙ্গৰীয়াসকলে বাঁহবৰীয়া কটকী, ভেলাইৰ পুতেক, লঘন তামূলীক, ভাৰৰীয়াল বামুণক, চৰাল মুদৈক, এই পাঞ্চক বঙ্গালৰ গালৈ পঠাই দিলে, বোলে, "আমি যি হয় পেচকোচ দিয়োঁ, সিবোৰ নাহোঁক।" পাচে সিবোৰ গৈ দেৱৰগাওঁত এই কথা বঙ্গালৰ আগত ক'লে। বঙ্গালে বোলে, "তহঁত শুদা মানুহেৰে কি কথা হম? নাই ৩ জনা গোহাঁই, নহইবা ফুকনবোৰৰ এক জনা আহিব, তেবে আমি কথা হম।" এই কথা ডাঙ্গৰীয়াবোৰে আলচি ফুলবৰুৱা ফুকনক, কৌপতীয়াক, সনাতন কটকীক, ঘেত্ৰিৰ পুতেকক। এই চাৰিক পঠাই দিলে সন্দেশ-পত্ৰ দি পূৰ্ব্ব ধাৰাণে, সিবোৰ গৈ গজপুৰত লগ পালেগৈ। এই কথা খানখানা নামানিলে। কলিয়াবৰ, লখৌ, দেৱৰ-গাওঁ, গজপুৰ, চিনাতলী, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰা থৈ গড়গ্ৰামলৈ উজাই গ'ল। পাচে বুঢ়াগোহাঁইক নামনিয়াল ৰজাৰ শহুৰেকক ৶তা তিপামৰ পানীফাটত থাকিব দিলে। পুখুৰীঙ্গত থাকিব দিলে। গড়গয়াঁ ৰজাৰ শহুৰেকক চেংধৰা বৰবৰুৱাক ৶ৰ লগত বুঢ়াগোহাঁইৰ পিতৃ বাঁহগৰীয়া গোহাঁই নেওগ, আনো দুই এক বৰুৱাক থাকিব দিলে। পাচে বঙ্গালেও গৈ চৰগুৱা, চাৰিং, শিলপানী, গড়গ্ৰাম, পৰ্ব্বত, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰাক থৈ খানখানা নবাব বাকোবাৰীত ৰহিলগৈ। তাৰ পৰা এক উমৰাও বলকত্তুমত ৰহিলগৈ। তদন্তৰে আষাৰ মাস, বলক্তুমৰ ফৈদক খেদি পূবে তাওকাঁক উত্তৰে দিল্লীহ সীমা কৰি বুঢ়াগোহাঁই ৰহিল। কেন্দুগুৰিত গড়গয়াঁ ৰজাৰ শহুৰ ৰহিল ডঁৰিকাৰ পোনে। পাচে আচামে বঙ্গালৰ দুই চাৰি লোক যাকে যৈতে পাই তৈতে কাটে। তত্ৰাপি বঙ্গালৰ বল খীণ নহল। তবে শৰাগুৰিৰ পোনে তামূলী-দলৈৰ পুতেকক ভঙ্গালে। সেই ভঙ্গে সমস্ত লোক ভঙ্গ হ'ল। দিহিং আগ কৰি বুঢ়াগোহাঁই ৰহিল মূৰকটাত, ৰজাৰ শহুৰ ৰল তিপামত। পাচে চিনাতলীৰ, চাৰিঙ্গৰ, শিলপানীৰ, পৰ্ব্বতৰ, গড়গ্ৰামৰ, চৰগুৱাৰ, এই-সকলৰ সমস্তে বঙ্গাল একঠাই হই শিলিখাতলত বৈ বুঢ়াগোহাঁইৰ পোনে মূৰকটাত এক প্ৰহৰ বেলা হ'লত গড়ত ধৰিলেহি। বঙ্গালৰ এক আমীৰা পৰিল। আনো লোকজন পৰিল বিস্তৰ। পাচে কাণ্ড-গুলী ঢুকালত ৬ দণ্ড বেলা আছোঁতে বুঢ়াগোহাঁই ভাগি তিপামৰ পানীফাটত ৰহিলগৈ। সেই সময়ত বাদুলি ফুকন গৈ শিলিখাতলত খানখানাত বৰিলগৈ। বাদুলিক লগত লৈ খানখানাই শলগুৰিত ৰহিলগৈ। পাচে বাদুলিযে ৰাজাৰ ঘৰত থাকি বোলে, "মোক যদি এই ৰাইজ্যতে অধিকাৰ পাতি দিয়া তেবে আনো লোকজনক বৰাই আনো, আৰ ৶তাকো, ৰাজমন্ত্ৰী বৰগোহাঁইক, বুঢ়াগোহাঁইক

ফুকন বৰুৱাকো ধৰি দিন।" খানখানা নবাবে বোলে, "ভালা, মই তোক অধিকাৰ কৰিলোঁ।" আনো লোকজন বিস্তৰ বৰিল যৱনত। দয়ঙ্গীয়া লুখুৰি চেটিয়াক দয়ঙ্গীয়া বৰগোহাঁইক আপোনাৰ লোকে ধৰি দিলে; শক ১৫৮৪। তেৱে নেওগৰ পুতেক ফুকনে বঙ্গালৰ দিলাল-খাঁৰে সখি বান্ধি প্ৰীতি হল। সেই বেলা বেজদলৈৰ পুতেকে নেওগৰ পুতেকেৰে দ্বন্দ কৰিলে। পাচে নেওগৰ পুতেকে ৰজাত লগালে, বোলে, "বাদুলিক ৰাজ্য দিবৰ জানি বেজদলৈৰ পুতেকে বাদুলিযেৰে ভিতৰি কথা হৈ বঙ্গালত বৰিবলৈ কথা-বাৰ্ত্তা হৈছে।" পাচে ৺ৰাজায়ে শুনি এই কথাতে বেজদলৈৰ পুতেকক কাটিলে। ১৩২ ॥

আহোমৰ বল ক্ষয়।---সেই বেলা নবচেটিয়া পৰ্ব্বতৰ পৰা কছাৰীলৈ ভাগি গ'ল; শক ১৫৮৪। আহোমৰো বল ক্ষীণ হ'ল, বুজ এৰিলে। আৰ হাতীচলা, বৰীতলা পৰ্য্যন্তে যত লেকেৰি আনিছিল তাক বা যত কাটিলে তাৰ সীমা নাই। যি কিছু লেকেৰি পালে বঙ্গালে নিলে ওলোটাই। আৰ বিস্তৰ লোকেও মহাৰাজাক এৰি যেন যৱনকে আশ্ৰয় কৰিব হেন মন হ'ল। এই কথা জানি ৺ও ৰাজা ৰক্ষা কৰিবৰ নিমিত্তে বুঢ়াগোহাঁইকে গড়গয়াঁ ৰাজাৰ শহুৰকে ৺ৰাজা বোলে, "তোমালোকে বঙ্গালৰে কথা-বাৰ্ত্তা হৈ যেনেকৈ পাৰা পঠাই দিয়া।" পাচে সিবোৰেও ৺ৰ আজ্ঞায়ে চুলতান, চান্দৰাই, মনু, চতুৰ্ভুজ কাকতী, এই চাৰিক পঠাই নবাব খানখানা দিলাল-খাঁৰ ঠাইক অনেক কথা-বাৰ্ত্তা কৈ পঠাই দিলে। ১৩৩ ॥

তিপামত বঙ্গাল।---পাচে দিলাল-খাঁয়ে বোলে, "কৈঁকোৱাদোলা দি বাদুলিক ৰাজা পাতিছে, তেও যে কৈছে গো-ব্ৰাহ্মণৰ কাৰণ এইখন সিদ্ধ হব।" পাচে এই কথা বাদুলিয়ে শুনি, মীৰ্জামূলালৈ কলে, বোলে, "এতিয়া ৰাজমন্ত্ৰীয়ে মোক শক্তিমন্ত হৈ ৰবর দেখিছে এতেক কথা কয়, পূৰ্ব্বেনো মোক কিয় এই ৰাজ্য লই দিলা? যদিচে ৰাজ্য দিয়া তুমিযে মোক কাটা।" পাচে পূৰ্ব্ব কথাক স্মৰি মীৰ্জামূলাযে বোলে, "ৰাজা, ৰাজ-মন্ত্ৰী, চাৰি পাত্ৰক ফুকন-বৰুৱাক ধৰি দিম বুলিছে, ভাল এতিয়া ধৰি দিয়ক। পাৎসাই ঠাঁইকো আচানৰ লোককো তোক দিলোঁ, ৰাজমন্ত্ৰী আদি কৰি সবাকো ধৰি দে।" পাচে বাদুলিৰ ভাবেকে মৌপিয়াযে পাৎসাই লোক লৈ মেকুৰীখোৱাত আচামেৰে লেঢ়াই কৰিলে। বঙ্গালৰো লোক পৰিল, আচামৰো লোক পৰিল। পাচে বঙ্গাল ভাগি তিপামত ৰহিলগৈ। ১৩৪ ॥

**দিলাল-খাঁৰ ৰাজমন্ত্রীলৈ পত্র ।**—পাচে মীৰ্জামূলালৈ দিলাল-খাঁয়ে বাদুলিৰ সাহ-বল জুটবাত হেন জানি কৈ পঠালে, "আচামৰ গো-ব্রাহ্মণ পাৎসাই লোক ৰক্ষাৰ কাৰণে কথা-বাৰ্ত্তা হলো । একেলাড়িকা বাদুলিৰে বলে ৰাজমন্ত্রীয়েৰে লেৰাহি কৰিলোঁ ।" মীৰ্জামূলায়ে বোলে, "ভাই দিলাল-খাঁ কেমনে যুজিলে ? হাৰামজাদা বাদুলিয়ে যত কৰিলে সবে জুনিবাত ।" পাচে দিলাল-খাঁয়ে গদাইকে বহিৰ্মূলকে ৰাজমন্ত্রীৰ ঠাইলৈ পঠালে, বোলে, "যেমনে তাবাৰো গো-ব্রাহ্মণ সুখে ৰহে তেমনখান কৰিব । চাৰি পাত্ৰৰ বেটী, ৰাজমন্ত্ৰীৰ বেটী, ৰাজাৰ জী পাৎসালৈ দিয়া লোক ফিৰাই পঠক ।" পাচে ৰাজমন্ত্রীয়ে বোলে, "ভাল, চান্দ্রায়, চুলতান, মাধচৰণ, মিত্ৰত কহ যাই, যদি তাৰা সত্য কৰি বোলে, আমিও পাৎসাই লোকক প্রীতি কৰি পঠাও ।" এই কথা দিলাল-খাঁয়ে শুনি বোলে, "ভাল পাৎসাই লোক কুশলে ফিৰি যাওক । তাৰাৰো ৰাইজ্যৰ গো-ব্রাহ্মণ সুখে ৰহোক ।" এই বুলি দিলাল-খাঁএ তিনিৰ হাতত লিখা দি পঠালে । লেখাও এই—

স্বস্তি নিজতনু-সৌন্দৰ্য্য-গঙ্গাজল-সদৃশ-পৰমপবিত্ৰ শ্ৰীযুত ৺ৰাজাৰ শ্বশুৰ বৰনবাবকে জঙ্গবেগাৰ কাৰ কৰ্দ্দম পৰম খুচ চফৰবাজ তোমাৰ নিগাদ মোৰ সম্মত, হালহজুন স্বদাখদ চৰিয়ত, দোস্তন সাকবো নাম ভেজিচি, ও তোমাৰি কমৰগাৰি লেবা দুনা হামানলাদা সিতো তোমাৰি ৺ৰাজকৰ্ত্তা ডাঙ্গৰীয়া ওগযৰচকো পাইকান বলকি গাম মানিতে চাদ, ও অপৰ তোমাৰ বেজদলৈকো বেটা যো কোচু তনাব পহিলেক বতাযত্তে ভেজ হৈতেছিল সে জোখবাত সব জুথ আছিল । আকে লোভছিমাৰহে, যদি সে আমাৰ সাথ একলাস থাকিত বদকোলি নাকৰি তেবে কেমে তাৰ এমত হৈবেক আমাৰ শুনিয়া আসে, যে ৰাজমন্ত্ৰী সিতো বয়সতো বৃদ্ধ, জ্ঞানতো জানন্তাহে, তাইতো কদাপি নাক-বেল ফিৰিবেক, ভালাতো গো-ব্রাহ্মণ ৺তো ৰাজাৰ ৰাখিয়া আমাৰে সম্বজায়া ৺মহাৰাজাকো বেটী ৰাজা-তিপামেৰে বেটী পা৶ মহলকে খেজমতে দেয়গা । শ্ৰীযুত নবাব আমীৰ-অল্-উম্ৰাও ঠাই আবজদাস্ত কৰিব হদ-কৰাৰ তালি কিয়া ফেৰ পাঠাইবেক ; এতে ম ৺পাত্ৰ-মন্ত্ৰী বাযতকো যাজাক হতচৰদ এমাফিক প্ৰীত দোদলকো মধা আাহাদানা সব মেকুনি ইতি, সন ১৫৮৪, মাস পৌষ । মাধচৰণ, চান্দ্ৰায়, চুলতানে আনা দিলাল-খাঁৰ কাকত তিপামৰ থিলাজাৰি ঘাট । ১০৫ ॥

**মহাৰাজাৰ পাৎসাৰ লগত বৈবাহিক মিত্ৰতা ।**—পত্ৰ চাই বুঢ়াগোহাঁই শ্ৰীযুত ৰাজাৰ শ্বশুৰ ৰাজমন্ত্রীয়ে ৰাজ্যখন ৰক্ষাৰ কাৰণে নবাব খানখানা দিলাল-খাঁৰে কথা-বাৰ্ত্তা হৈ ৩০০০০০ তিনি লাখ টকা, নব্বৈ হাতীৰ কাবল

বান্ধিলে আৰু মহাৰাজাৰ জীকো পাৎসাজাদালৈ দিলে। ৰাজাৰ জীৰ লগে অলঙ্কাৰ সহিতে সোণা বিংশ হাজাৰ, ৰূপ ছয়কুৰি হাজাৰ, বিংশ হাতী। পাচে দিবলৈ থাকিল তিনি লাখ টকা, নবৈ হাতী। তাৰ নিমিত্তে সোতা বুঢ়া-গোহাঁইৰ, বৰগোহাঁইৰ, বৰপাত্ৰ-গোহাঁইৰ, বজাৰ শহুৰৰ, এই চাৰি জনাৰ পুত্ৰ যৱনক লাগি ওল দিলে। প্ৰতি বৎসৰে বিশ হাতীৰ নিবন্ধ কৰিলে। ৰাজমন্ত্ৰীয়ে পাৎসাই লোকক ফিৰাই পঠালে। দিলাল-খাঁও ৺লৈ তাও, মুকুতা, বাঘৰ পতা সোণাৰ মলমকৰা তৰোৱাল ১ খন, জমদাৰ ১খন, সোণাৰ মলমকৰা হিলৈ ২ টা, এই সকল সহিতে ১৫ হাজাৰ টকাৰ বাব দি গদাইক পঠালে, বোলে, "ৰাজমন্ত্ৰীহে হৈ তাৰাৰ বচন নৰলিল।" পাৎসাই লোকেও বিস্তৰ প্ৰশংসা কৰিলে। পাচে মীৰ্জ্জামূলা প্ৰমুখ্যে বঙ্গাল ভটীয়াই গ'ল; শক ১৫৮৪, মাস মাঘ। ১৩৬ ॥

খানখানা ভটীয়ালে।---আৰ বঙ্গালৰ লগত বাদুলি ফুকন, তাৰ ভাই মৌপিয়া, হৰিডেকাৰ পুতেক ৰঘুনাথ, উধ দুৱৰীয়া, ৰঘুনাথৰ বেটা মনোহৰ কাকতী, কেওদাংধৰা, এইবোৰ আপুনি গ'ল। তাত বাজে দয়ঙ্গীয়া বৰ_ গোহাঁই, ৰাজখোৱা, লুখুৰি চেটিয়া, নাৰেঙ্গ চেটিয়া, লালুক গোহাঁই, দীঘলা হাজৰিকীয়া আৰু যতক হা-হাজৰিকীয়া লহবৰ বাৰৰ পুতেক, ভেলাইৰ পুতেক এইসকল প্ৰমুখে। আনো অনেক লোকক ধৰি নিলে। গুৱাহাটীত ৰদিচ_ খাঁকে, তিনিজনা গোহাঁইৰ বেটাকে বজাৰ শহুৰৰ বেটাকে থৈ নবাব খানখানা ভটীয়াই গ'ল। ১৩৭ ॥

বিষয়াৰ শাস্তি।---পাচে গুৱাহাটীৰ পৰাহে মাধচৰণৰ হাতত ধৰি নিয়া ৰৰুৱাবোৰক দি পঠালে। আৰ মীৰ্জ্জা-মূলাৰ ভাগিনেকৰ হাড় আছিল নাকোঁ-বাৰীত, তাকো খুজি নিলেহি। আৰ ৰাজমন্ত্ৰীয়ে দিলাল-খাঁয়ে দিয়া তাও মুকুতা, তৰোৱাল, জমদাৰ, হিলৈ, এই ভেটীসকলক বৰপাত্ৰ-গোহাঁইৰ বেটা বৰগোহাঁইৰ বেটাতকৈ ৺লৈ দি পঠালে। যাক বোলে, "৺ৰ আজ্ঞা শিৰত লৈ ৰাজ্যখান ৰক্ষা কৰিলোঁ।" পাচে ৺ৰে বোলে, "যি কাৰ্য্যৰ ওপৰে থলো সি কাৰ্য্যৰ কৰিলে ৰাজমন্ত্ৰীত ক যাই। আমি পৰ্ব্বতৰ বাসাত বৰ দুখ পাওঁ। আমাক টংচাঙ্গত ঘৰ সাজি নিয়োকহি।" এই কথা ৰাজ-মন্ত্ৰীত কলেহি। ৰাজমন্ত্ৰীয়েও শীঘ্ৰ কৰি ঘৰ সাজি ৺ক শিৰত কৰি আনি লেচাঙ্গৰ পৰা টংচাঙ্গত থলে। তাৰ পৰা মেকুৰী-খোৱাক ওলাই আহিল ফাল্গুনত। উত্তৰকোলে, দক্ষিণকোলে, পৰ্ব্বতৰ ওপৰে পাত্ৰ-মন্ত্ৰী, বৰা-বৰুক ভাগি গৈছিল, সবাকে কোচাই আদি একে ঠাই কৰি ৺ত ৰাজমন্ত্ৰীয়ে চৈত্ৰত

ভেটালে। পাচে মেকুৰী-খোৱাৰ পৰা চৈত্ৰত বকতালৈ আহিল। তাতে ৺এ ৰাজমন্ত্ৰীক আজ্ঞা কৰিলে, "মোৰ ৰাজ, কাজ-কাম কেনমতে নষ্ট গ'ল? পাত্ৰ-মন্ত্ৰী, বৰা-বৰুক এক ঠাই কৰি সুধি দিওঁক।" পাচে সুধি ৺দেৱৰ যোগালত ভিতৰুৱাল গোহাঁইক, তামূলী-দলৈৰ পুতেকক লোৱা দিলে। হাতী বৰুৱাক চবকিয়ালে। লগ এৰিবৰ নিমিত্তে সোণামুৱাক হাড়ি কৰিলে। ঘোঁৰা কোঁৱৰক লোৱা লগালে। পাচে ঘোঁৰা কোঁৱৰে গোচৰ দিলে। বান-ৰুকীয়া বৰগোহাঁইক বোলে, "বৰগোহাঁয়ে যদি ভৰ দিয়ে আমি কিয় এৰিম।" পাচে ৺এ বৰগোহাঁইক দায় ধৰিলে, বোলে, "চামধৰাৰ উত্তৰকোলে যে বঙ্গাল নাহিল, দক্ষিণকোললৈ লোকজন নেদিলে কিয়?" এই বুলি ৺ৰে আপোন হস্তে বৰগোহাঁইক দগিয়াই বন্দী কৰিলে। সেই সময়ত জয়ন্তা ৰজা ৰমাই কটকীক ৺ৰ ঠাইলৈ পঠাইছিল; ৺ও তুলিলে। ১৩৮ ॥

শ্ৰীকৃষ্ণায় নমঃ। বুৰঞ্জী পুস্তক। শক ১৫৮৫, মাঘ মাস, ৰাজ্য মাৰিলত পাৎসালৈ দিয়া লেখা—

পাৎসালৈ স্বৰ্গদেৱৰ পত্ৰ।---লেখিতং শ্ৰীশ্ৰীযুত জয়ধ্বজসিংহ ৰাজা আচাম চুলতান সুজাকে খলাকে উক্ত বিশ্বনাথ হমিদা লোকোকে কহে, সোঁ ৰাজবিলায়ত ৺ৰায়তকো দেউল কৰকে আচামে নিযাখা। ইসো আস্তে ৺হুকুমসে সকল মঙ্গলালিঙ্গিত নানাগুণালংকৃত সগুণৈকেধামে নিজতনুসৌন্দৰ্য্য ধৰ্ম্মবুধিষ্টিৰ গঙ্গাজলনিৰ্ম্মলপবিত্ৰ কলেবৰ মহামহিম মহিমাৰম্ভ শ্ৰীযুত নবাব খানখানা চিপহ চালাৰ ৺ফৌজান কৰকে আচাম সাব বিলায়ত নিয়াখা, হামাকো জলাউত্তন কৰণে লাগা, তব যাইকে আপনা জীলেকৰকে পাহাৰকে অচিলা কৰকে নবাব খানখানা চিপুহ চালাৰ জীউকে পাচ আৱজকিয়া কি, মোৰ গুণাবক্স আচাম মুল্লুক মুজে দিও। মই এতিবেৰ মোৰ আপোনাক বেটী আৰৱ ৰাজা তিপামাক বেটী ৺মহলকে বিসখেজমতকো দেয়েঁ। (আৰ সোণা ২০০০০, ৰূপ ১২০০০০ তোলা, আৰ বিশ হস্তীৰ ১৪ দন্তাল, ৬ হস্তিনী। ১৫৮৫ শকত অবংচা পাৎসাৰ অহদি দুৰ্বেগকে, ৰস্তম-বেগকে দিলে সোণ দুশকৈ ৪০০। দলিল-খাঁৰ কটকী গদাইক সোণ ১০০ তোলা বিদায় দিওঁতে। দুই অহদিক ৰূপ হাজাৰ; গদাইক ৫০০ ৰূপ।) আৰ দৰং মলুক উত্তৰ-কোলকি তৰফ দৰিযাও ৰাগত ভড়ৰী আওৰ মলুক ৰাজা ডুমৰীয়াকা আওৰ বেলতলীয়া দক্ষিণকোলকে তৰফ দৰিয়াও ওকং সীমনা কৰকে পেচকচ কৰতাহো, আৰ ইচসে পিচু মাঞ্চি কবুল কিয়া জমা দিয়া দি, সন ১০৭৩, মাঘ মাস কো লেকৰকে ৩০০০০০ চাৰ চাৰ মহিনে একো লাখ কৰকে

বাৰ মহিনামে দেওঁগা, আৰ ৯০ হাতীৰ ১০ বৰ দন্তাল, ১০ চৰাদন্তাল, ১০ হস্তিনী, এই তিচ হাতী ইনকো তিন মহিনা পিচো দেওগা। আৰ ৬০ হস্তীৰ বৰদন্তাল ২০, চৰাদন্তাল ২০, হস্তিনী ২০, ইচমে ছ মহিনা লেকেৰকে বাৰ মহিনা মে ভৰা দেউঁগা। যব তেক্রি ৰূপয়া হাতী দিনেকো ওৱাদাকি আছোঁ তবতই বৰগোহাইকা বেটা, বুঢ়াগোহাঁইকা বেটা, বৰপাত্ৰকা বেটা, গড়গযাঁ ফুকনকা বেটা, মোৰ মসুকে বিস ই চাব আদিমি বৰা, আৰ নদাৰ ভিন্নকে, উঁপৰই সো আস্তে, এহি চাৰ আদমিকো উঁল দিয়া, তোমাৰ পাস আৰ যো কুছ ৺ বিলায়তকে ৰায়ত আচানকে মলুক বিস ৰহি হয় সবহায়ালে কৰদেউ। আৰ মইনে কবুস কিয়া ইস পিচে হৰবৰিষ ২০ হাতী—১০ দন্তাল, ১০ হস্তিনী, ৺ সৰকাৰকো পেচকচ পহুচায়া কহো। আৰ মেৰা এতলাৰি এক গোমোস্তাকে তেক পাহকো সে গুৱাহাটীকি ফৌজদাৰকে হমেচা হাজিৰ ৰহে। যো কুছ্ কবুল কিয়া হোতি সবকে ভি সমাপন কৰেঁ। আৰ ৺ বাজ গিফৰমাণ বৰদাৰি বিস ৰহোগা; ১৫৮৫ শক, মাস মাঘ। ১৩৯॥

জয়ধ্বজসিংহৰ পাৎসালৈ কৰ-কাটল আৰু মৃত্যু।—এই শকতে দিয়া যাই হাতী, আৰে লেখা,—গাভৰুৰ লগত ২০ হাতী দিবৰ কবুল, আৰে তিপামতে দিয়া যায় হাতী ১০, লখৌত দিলাল-খাঁৰ হাতত ৪, আৰে হাতত ৰবীতলাত ২, সেই শকতে চৈত্ৰ মাসত গদাইৰ হাতত মেকুৰীখোৱাত ৩০ হাতী, আৰে বাটত ১৯, পাৎসাৰ হাৱালে হৈল ১১টা, শক ১৫৮৫, মাস ফাগুন। কলিযাবৰত পিৰোজ-খাঁৰ হাতত ৪০, পাৎসাৰ মুজুৰ কৰি দিয়া ৫, নবাব দলিল-খাঁলৈ দিয়া যাব ২ হাতী, শক ১৫৮৬, আঘোণ মাস। ছৈয়দ পিৰোজ-খাঁৰ হাতত দিয়া যাব হাতী ১১, ৰচিদ-খাঁ নবাবক হাতী ১টা, ৰূপ সুবৰ্ণৰ লেখা, শক ১৫৮৪। তিপামত পাৎসালৈ গাভৰু নমাই দিওঁতে চান্দ্ৰায় কমল গজলা গুৰিবাবে দিয়ে গৈ নবাব খনাখানাব হাতত সোণা ২০০০০ তোলা, ৰূপ ১২০০০০ টকা; শক ১৫৮৫, কাৰ্তিকত। পাৎসাৰ অহদিক আনোতে লাখটকীয়া বৰুৱায়ে, লাউ-ডেকায়ে, শঙ্কৰ বৰায়ে, চতুৰ্ভুজ কাকতীয়ে দিয়েগৈ ৰূপ ১০০০০০। সেই শকতে ফাল্গুনত কলীয়া কুকুৰাচোৱা বাঁহবৰীয়া কটকী, কোপতীয়া কটকী, কণাই কাকতীয়ে দিয়েগৈ ৰূপ ৪০০০০। ১৫৮৬ শকত কাৰ্ত্তিকত পাঠকচন্দ্ৰ, চতুৰ্ভুজ কাকতী, কলীয়া কটকী, ঢেঁকিয়াল হাজৰিকীয়া দিয়েগৈ ৪০০০০ হাজাৰ। ১৫৮৭ শকত ভাদ্ৰ মাসত ৰূপ ২০০০ হাজাৰ মাৰি দিয়া যায়। হস্তী ১০,

আৰে পাচ হস্তী মৰিল, ৰূপ ১০০০ খৰিদ লৈ হাতী বিকি দিয়ে ১০০০০ ১৫৮৮ শকত জেষ্ঠত পিৰোজ-খাঁৰ তত লাখ ৰূপীয়াত মাৰি দিয়া যাই হস্তী ৫০, দুই হাজাৰ কৰি ৰূপ ১০০০০০ খৰিদৰ হাতী মৰিবৰ হৈ হাতী ১, ছাস্তা-খাঁ নবাবক প্ৰতি ২, ৰচিদ-খাঁক প্ৰতি ১। তাত পাচে লাং-ডেকা, কৌপতীয়া, মাধচৰণ, বাঁহবৰীয়া, চতুৰ্ভুজ কাকতী, এইসকলত কৰি ৫ হস্তী, ৰূপ কিছু দি পঠালে। সিবোৰেও গুৱাহাটীত ৰচিদ-খাঁক হজুৰে দিলেনি। তদন্তৰে ভগনৰ পাচৰ, ১৫৮৫ শকত পাৎসাযে জয়ধ্বজ মহাৰাজালৈ জামা-যোৰায়ে যনদাৰ সহিতে কাপা ১ যোৰ দি পঠালে দোৰ্বেগ, ৰস্তম-বেগত কৰি। গুৱাহাটীৰ পৰাও ৰচিদ-খাঁয়ে পঠালে তাজ-খাঁকে, ছেক-কমলকে সিহঁতো আহি দেৰবগাওঁ পালেহি। সেই সময়ত বকতাত জয়ধ্বজ ৰাজা মুদ্গৰ ৰোগ হৈ স্বৰ্গী হ'ল। ১৪০।

---

# দশম আধ্যা।

অসম আৰু বেহাৰৰ পত্ৰ সমাচাৰ।

প্ৰাণনাৰায়ণ ৰজাৰ কুশলা-কুশল।—শ্ৰীশ্ৰীমৎ স্বৰ্গনাৰাযণদেৱ জয়ধ্বজ-সিংহ মহাৰাজাএ নামৰূপৰ পৰা একপত্ৰ দি গোপালচৰণক পঠাই দিলে, এইখান বুলি, "মই গড়গাওঁত ৰহিব নোৱাৰি নামৰূপত ৰহিছোঁ। খানখানা আসিতে যে বেহাৰ মাৰি আহি ৰাজা প্ৰাণনাৰাণ কোন ঠাইত কেনেকৈ ৰহিছে তাক জানি আহঁগৈ।" গোপালচৰণ গৈ বাস্কাৰ পৰ্ব্বতত ৰাজা প্ৰাণনাৰাণক লগ পাই এই কথা-বাৰ্ত্তা কহিলে। ৰাজা প্ৰাণনাৰাণে বেহাৰক আসি বোলে, "টকা মালকো দি ভযকো দশাই ইম্পিন্দিযক পঠালোঁ, ইহাকে কহি ৰামচৰণক লগত দি পঠালে, বোলে "স্বৰ্গমহাৰাজাৰ ভাল-মণ্ড পুনৰ্ব্বাৰ আসি কহিবি।" এই দুই কটকী আসি বাইচাত স্বৰ্গমহাৰাজাক দিলেহি। স্বৰ্গদেৱেও এখান পত্ৰ দি ভক্তচৰণ সহিতে তিনি কটকীক ৰাজা প্ৰাণনাৰাণৰ ঠাইলৈ পঠাই দিলে। ১৪১ ॥

জয়ধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্ৰ ।—অথ সমাচাৰ সহিতে পত্ৰ ।

৮৭ স্বস্তি সমস্তুঙ্গাভঙ্গ মঙ্গলাগাৰ হৰ হাৰ হীৰ হীণ্ডিৰ পিণ্ড পাণ্ডুৰ কীৰ্ত্তিপুৰ পৰি পুৰিত দিগান্তৰ বৈৰিবাৰণ নিবাৰণ পঞ্চানন বিবিধ বিদ্যা বিদ্যোতিভাস্তস্বৰণশেষ গুণৈকধাম নৰনাথ বিশ্ববিখ্যাত শ্ৰীশ্ৰীমৎ কমতেশ্বৰ ৰাজমহোদাৰ চৰিত্ৰেষু—

পৰম সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ। এথাত আমাৰ সমস্তে কুশল, তোমাৰ কুশল নিৰন্তৰে চাহি । পৰং উকিলত কৰি যি কহি পঠালা তাক আমি সমস্তে শুনিলোঁ। অতঃপৰ বিশেষ········· ; কিন্তু বিপদ কালত আমাৰ বাৰ্ত্তা লৈলা ইহাক শুনি পৰম সন্তোষ লভিলোঁ। আৰ দেখ বিপদ সম্পদ কালে যি কুশলক বাঞ্চে তাকে মিত্ৰ বুলি। পৰং তুমি যি পত্ৰৰ কাৰণ কহিলা, কহিবাক পোৱা ; কিন্তু তুমি আমি সবে দৈবাধিন : এতেকে দৈব গতি তোমাৰ আমাৰ প্ৰীতি নাহৈলে ইহাত কিছু ভাব নাকৰিবা। ইদানীক তোমাৰ আমাৰ যেমনে প্ৰীতিগোট হয় তেমন খানি কৰিবা।

আৰ দেখ, তুমি যি জয়নাৰায়ণৰ মকৰধ্বজৰ কাৰণ কহিলা, কহিবাক পোৱা ; কিন্তু ৰাজা ৰঘুদেৱৰ ৰাজা পৰীক্ষিতৰ গোষ্ঠীহেন জানি তোমৰাৰো যশস্যা হইব, আমাৰো যশস্যা থাকিব বুলি জয়নাৰায়ণক দক্ষিণকোলে, মকৰধ্বজকো দক্ষিণকোলে ৰাজা পাতিব খুজিলোঁ। আৰ দেখ ইহাক ৰাজা পাতিবৰ নিমিত্তে তুমিএৰেও প্ৰীতিগোট নাছিল । মকৰধ্বজে দুয়ো ৰাজা নাপায়া ৰোষ কৰি দণ্ড ৰাজ্য নাদিলে। পাচে জয়নাৰায়ণে মকৰধ্বজে দুয়ো আমাত হাৰামখোৰ কৰিলে। তাৰ নিমিত্তে কোঁচৰ ৰাজ্যখান যেমন বিপত্তি হৈল তাক তুমি আপুনি জানিছে।

আৰ দেখ, আমাৰ তুমি যি বাৰ্ত্তা পুছিলা কিন্তু আমাক বিধাতাএ বঞ্চিলে। চামধৰাত আমাৰ সাত দিন লোলাট হৈল । আমাৰ লোক বঙ্গালত মিলি তোমাকো যেমনে পাচলৈ ভঙ্গালে আমাকো তেমনে মিলা মানুহে পাচেদি বঙ্গালক নি পাচ লৈলে। এতেকে আমাৰ লোক ভাগিল । বঙ্গালে আহি

নগৰ ললেহি। আমাৰ সবলোক ভাগি পাহাৰত উঠিল। বাৰিষা কাল হৈলত আমাৰ সবলোক বঙ্গালক ধৰিলে। তাৰ এক নাচড়ুও আসিবাক নপাৰে হেন কৰি। পাচে হৰিডেকাৰ সৈন্য বঙ্গালত মিলি পথ চুৰি দি লখৌৰ পৰা বঙ্গালক আনিবাক গৈল। আমাৰ বাচা ভিতৰুৱাল গোহাঞিয়েৰে তিনিদিন লোৱাই কৰিলে। নপাৰি তাৰ লোক সকলক কিৰাই নিম বুলি নাৱ-নাৱৰা আনিলে। সেই নাৱ-নাৱৰাএদে আমাৰ লোক ভঙ্গাই ভটিয়াই যায়। এনে সময়তে আমাৰ শালা বাদুলি বঙ্গালক কিৰাই আনিলে। পাচে আমি ৰহিব নাপানি পাহাৰত উজাই পাতি ৰহিলোঁ। আমাৰ লোকজন কিছু দুখী হৈল। এই নিমিত্তে গো-ব্ৰাহ্মণক নাশি বাঙ্গালৰ কাৰণে যি কিছু হয় দি প্ৰীতি কৰি পঠালোঁ। আৰ মই অধিক কি কহিবো আপুনি সমস্তে শুনিচা। ইতি শঁক ১৫৮৪। তাং ১৭ ফাগুন। ১৪২॥

প্ৰাণনাৰায়ণৰ পৰা জয়ধ্বজসিংহলৈ পত্ৰ।—গোপালচৰণ, ৰামচৰণ, ভকতচৰণ, এই তিনিএ নিয়ে। এই পত্ৰৰ প্ৰত্যুত্তৰ স্বৰ্গদেৱলৈ "যা ঘোষা" ইত্যাদি।

৬৭ স্বস্তি জ্যাঘোষঘোৰ নিৰ্হ্ৰাদ-খৰ কুলিশ-গৰ্জিত সুত্ৰাম নিনাদ কাণ্ড-তাণ্ড ৰত পৰপণ্ডিত পৰম্পৰা কৰীক কন্দৰ ধাবমান বিতৰি-দিক সৰনীকৃত সাবিত্ৰী শ্ৰীমন্ত মহামাণিক্য তনয় সৰ্বিন্‌-বাজবিৰাজমান, লৌহিত্য বৈৰিবেতণ্ড। গণ্ডবিদাৰণ শোণিত শোণিকৃত বজ্ৰাঘাতাৰ দ্ৰাত ৰম্ভা গৰ্ভাভিৰাম দন্ত দ্বিতীয় শামবস্ত্ৰ্যম্বজ ভীম সুনন্দ সৰ্ব্বতো ভদ্ৰ বনাসোম সুবীৰ সুস্থিৰ সুৰাষ্ট্ৰ মঙ্গল। গম্ভীৰ বেদি গজগ্ৰাস বজ্ৰ গৰ্জাতি ভীম স্কুপুষলংঘিত কুলশীল জ্বলনাস্ত্ৰ জাগৰুক নৌনিকৰ খৰ্ব্বিতা পতন ত্ৰিংশভট পাটন খৰ্ব্ব মহামানোন্নত শৰণ্যাগ্ৰগণ্য ধনাতি ধনাসাৎ কুল মহামিত্ৰ স্বৰ্গা স্বৰ্গনাৰায়ণ বংশাৱতংশ বিপুল ভুজভূতি কঠিন কোদণ্ড দুৰ্দ্দম টঙ্কাৰ শঙ্কিতাৰাতি ৰাজন্য মুকুট মণি মৰিচি ৰাজিনী ৰঞ্জিত চৰণ নখৰ কৰকলিত নিকট মঙ্গাগ্ৰ দলিতাৰি বেতণ্ড গণ্ডভট প্ৰকট মৌক্তিক প্ৰকৰ তুলিকা পীতাম্বৰ ধাৰাৱণী সঞ্চৰণ চতুৰ লোক প্ৰতাপ সম্ভূত বিজয় বৈভৱ হিম হাৰ নেমাস কাস কৈলাস ধৌত কম ধৌত কীৰ্ত্তি মণ্ডল পাণ্ডুৰিতানেক দিগ্বলয় মলয় মাগধাচাৰ কেৰল তৈলঙ্গ বঙ্গ কলিঙ্গ বিবিধ ৰাণীহৰ্ম্মীমান গুণ সঞ্চয় ধৰা ধীৰ ভীম পৰাক্ৰম ৰাজ ৰাজেশ্বৰ স্বৰ্গবংশধৰ স্বৰ্গনাৰায়ণ শ্ৰীশ্ৰীজয়ধ্বজসিংহ সৰ্ব্বদা সমৰ বিজয়ী সুবিজ্ঞাপৰত স্বস্তি সুখোয়ং ভূতভব্যমিহ ভবতাং তদ্বিদামহে—

পৰঞ্চ পূৰ্ব্বাপৰ ব্যৱহাৰমতে তুমি যে আমাক লিখিলা ইহাতে তুমি মোক কিনিয়া আপোনাৰ বশ কৰিলা। তুমি কৃষ্ণদেৱ, মঞি তোমাৰ বশঙ্কৰ অৰ্জ্জুন হেন জানিবা বুজিয়া যেখন যে বোল তাক মই সৰ্ব্বথা কৰিম। ইহাত তুমি অন্যথা নাজানিবা। আৰ যে লেখিছ, বিপদ কালত যে কুশলক বাঞ্চে তাকেশে মিত্ৰ বুলি, সে মিত্ৰ হয়। তোমাৰ আমাৰ আজিৰ মিত্ৰ এনে নহয়। আমাৰ প্ৰপিতামহক তোমাৰ বহু স্বৰ্গীয় স্বৰ্গনাৰায়ণ শপত কৰিয়া প্ৰীতি কৰিছে। তোমাৰ আমৰা মন্দ নাকৰিব। আমৰাকো তোমৰা মন্দ নাকৰিব। পৰস্পৰেৰ উপকাৰ পৰস্পৰে কৰিব। এমন মোৰ চিত্তে আছে। তোমাৰো এমত ৰখাহে উচিত হয়। ইহাৰ মাজতে যে অন্যথা হৈছে সে মন্ত্ৰীদোষেই হৌক বা দৈবদোষেই হৌক বা তোমাত হস্তে হৌক বা তাক তুমিও জানিছ। পূৰ্ব্ব শপতে পুনু ফল ধৰাইলেক। মোৰো ৰাজ্যচ্যুত হৈল, তোমাৰো ৰাজ্যচ্যুত হৈল। কিন্তু মোৰো মনে নাহি কৰে, তোমাৰো মনে নাহি কৰে, ইহাতে মঞি ৰাজ্য ফিৰি পালোঁ, তোমৰাও ৰাজ্য পাইলা।

আৰ পূৰ্ব্বে লাগন্তা দেশ, পশ্চিমে গৌড়, উত্তৰে ভোটান্ত, দক্ষিণে ওৰেষা, ইতি মধ্যত তোমাৰ তুল্য মহন্তৰ মহীমহেন্দ্ৰ মৰ্য্যদা পাৰবাৰ কে আছে। মঞি তোমাৰ মিত্ৰ, কুশল বাঞ্চিবাকে পাও। আনো ৰাজা সকলো তোমাৰ কুশল বাঞ্চে। আৰ তোমাৰ যে ৰাজ্যচ্যুত হৈছে, ইহাৰ কাৰণ তোমাৰ কোনো মনে দুখ কৰিবাক উচিত নাহয়। দেখ, ৰামচন্দ্ৰ, সুৰথ, যুধিষ্ঠিৰ, এইসকলৰো ৰাজ্যচ্যুত হৈছিল। কিন্তু তামৰা সকলে উদ্যোগ কৰিয়া ফিৰিয়া লৈলেক নিমিত্তে তাসবাৰ অকীৰ্ত্তি নাহৈল। সম্প্ৰতি আমাৰ তোমাৰ ৰাজ্যচ্যুতি হৈছিল। ইহাত যদি আমৰা সমযত উদ্যোগ নাকৰি তবে আমাৰ অকীৰ্ত্তি হৈবেক।

আৰ যেখান লিখিছ, ইদানীক আমাৰ তোমাৰ যেমনে প্ৰীতি হয় তেমন কৰিবা। যে গোটা হৈব হেন কৰিবা। যে অপ্ৰীতিৰ বীজ সে আপদ দূৰ হৈল, হৈতেছে, ফিৰিবা নাসা যায় হেন কৰিবা। তাক পূৰ্ব্বাপৰ দেখায়া লেখি। আমাৰ গোষ্ঠিত প্ৰধান স্বৰ্গমহাৰাজা, তাৰপুত্ৰ বঙ্গ, মোৰঙ্গ, মিথিলা, গেৰিকৰ, গ্ৰাহ, প্ৰৌঢ়, ধনুৰ্চ্চয়া, ধৰি কৃতপাৰ্শ যাবৎ কামৰূপ কমতাধিনাথ ৰাজাধিৰাজ স্বৰ্গদেৱ যাবৎ দেশ তাৰ অধীন আছিল। তাৰ চোট ভাই চিলাৰায় কোঞৰ। তাৰ বেটা বাপা মহাৰাজ জেঠোৰ ঠাইত হাৰামখোৰ হৈয়া খিলাত ৰাজা হৈছিল। নাড়ি কাটিয়া পুষিছিল, কাৰণ যাবত জীষা আছিল তাবত মহৰাজা ক্ষেমা কৰিছিল। পাচে মহাৰাজা স্বৰ্গীয় হৈল, মোৰ পিতামহ

মহাৰাজা হৈল। তাঞো ৰঘুদেৱ ৰাজাই নসহিয়া কামৰূপৰ নিমিত্তে বিৰোধ কৰিতেছিল। তাতে বাপা মহাৰাজা স্বৰ্গীয় হৈল। তাৰ বেটা জেঠো ৰাজা হৈছিল, মোৰ পিতামহ। তাৰো ৰাজাই নসহিয়া তাৰ ওপৰ আপনেও চৰিয়া বঙ্গালক চৰাযা তাক উৎখাত কৰাযা আমাৰ আপনাৰ ৰাজ্য নাপায়াও বঙ্গালক ৰাজ দেৱাইলেক। একে ৰাজাৰ যে ধাৰা তাঞি সে ৰাজাকোঞৰৰ ধাৰা, ৰাজা নাহয়, এতেকে স্বৰ্গদেৱ তামাৰা ৰাজা নাৰাখিলেক। তাৰ পাচে জেঠো পৰীক্ষিতেৰ চোটভাই দাদা বলীদেৱ পালায়া তোমাৰ বৃদ্ধ স্বৰ্গদেৱৰ ঠাই গৈল। আমাৰ পিতামহ মগলৰ বশ হুৱা আছিল, কাৰণ তোমাৰা প্ৰীতি না দেখাইলেক। এতেকে আমাৰ সম্বন্ধে তোমাৰ বৃদ্ধস্বৰ্গদেৱ দৰঙ্গ দেশত ৰাজা পাতিলেক। বিস্তৰ লোক, হাতী, ঘোঁৰা, সোণা, কণ্যা, দিলেক। মহন্তৰ শৰণাগতক যেৰূপ কৰিবাক উচিত তেমনে কৰিলেক। আৰ জেঠো পৰীক্ষিতেৰ বেটা কাকো চন্দ্ৰনাৰাণ দক্ষিণকোলেৰ পৰ্ব্বত আশ্ৰয় কৰিয়া আছিল, তাকো বহুত অনুকুল কৰিলেক। তামৰাও আপনাৰ নাম লৈয়া পৰম সুখে আছিল। তাৰ পাচে তোমাৰ বৃদ্ধ স্বৰ্গনাৰাণ, তোমাৰ চন্দ্ৰকন্দলী, আমাৰ হৰবল্লভ ডেকা কাজিক দিয়া ব্যৱহাৰ লেখিয়া ও কথা পঠাইলেক তোমৰা আমৰা মিলি বঙ্গালক মাৰিয়া খেদাযা ৰাজা লৈযা শৈল উদ্ধাৰ কৰি। তাত তখন মঞি বালক আছিলোঁ। আমাৰ প্ৰধান ৰামচন্দ্ৰ ৰাজ-জামাতা আছিল। তাঞি এগোটি নামানিলেক। এতেকে তোমাৰ বৃদ্ধ স্বৰ্গদেৱ দাদা বলীদেৱক ৰাজ্য দিবাৰ কাৰণ বঙ্গালেৰ ওপৰ ফৌজ চাওইলেক। তাৰ পাচে যে বৃত্তান্ত হৈল সে বহুত, কত লেখিম। তোমাৰ সে কালৰ যে লোক আছে তামৰা সাৰশেষ জানে। তোমাৰ আপনা অনেক হানি কৰিয়া তাৰ ভালাইৰ যত্ন কৰিছেন। শৰণাগতেৰ কাৰণ যে কৰিছেন এ তোমাৰ অনিত্য কৰ্ম্ম। ইহাকতো অনেক দোষ শ্লাঘা কৰে, আমৰাও কৰি, তাৰ পাচে কৰাইলেক।

দিল্লীৰ পাৎসাৰ গণ্ডগোলত আমৰা চাহিলোঁ, তোমাৰ সহিত প্ৰীতি কৰিয়া আমাৰ প্ৰপিতামহৰ কামৰূপ আমৰা লঞো। তাহাত তোমাৰ কু-মন্ত্ৰীবে, তোমাক যে বিনয় লেখিলোঁ, তাক বিপৰীত বুজালেক। কহিল যে, এৰাজ্য তোমৰা নাপায়েন। ৰাজা ৰঘুদেৱ, ৰাজা পৰীক্ষিতেৰ এ ৰাজ্য, তামৰা গোষ্ঠি বলীদেৱৰ বেটা মকৰধ্বজ, চন্দ্ৰনাৰায়ণ, তাৰ বেটা জয়নাৰায়ণ, তামৰাসে পায়। এবুলিযা তামৰাসে সাহায্য কৰিলেক। আমাৰ সহিত্তে বিৰোধ কৰিলেক। তাৰ পাচে পূৰ্ব্ব শপথ স্মৰিয়া তোমাৰ সহিতে আমাৰ বিৰোধ উচিত নাহয়। এতেকে আমৰা ৰাজ আসিলোঁ।

তাৰ পাচে আমাৰ ওপৰ মগোল চৰিল, তাৰ সহিতে আমৰা যুঁজিতেছিলো। তাৰ পাচে তোমাৰ ফৌজ নানাহাত থাকিতে ও জয়নাৰায়ণ আসিয়া মগোলিত মিলিল । তাৰ পাচে দাস্তু সহুয়া নীৰজুমলাক আনায়া তোমাৰ ওপৰ চৰিল। পাচে মকৰধ্বজো আসিয়া নীৰজুমলাক মিলি তাৰ পাচে তোমাৰ ৰাজ্য-সম্পৎ লোৱাইলেক, তোমাকো ধৰিবাক যত্ন কৰিলেক। তাত মহাৰাজ ৰাজ্য তোমাক দিলেক ।

এতেকে তোমাৰ হেন যে উপকাৰী তাত উনৰা যে এমন কৃতঘ্নতা কৰিলেক এমত সংসাৰত কেহো নাকৰি। এখন তোমাৰ ধৰ্ম্মে নাসহিলেক। মকৰধ্বজো মৰিল, জয়নাৰাণো দণ্ডুকা টানিতেসে। এতেকে ফিৰিয়া যদি তোমৰা তাহাৰ সাহায্য নাকৰ তেবেসে বীজ ফিৰিবা নাগজায়। তেবে তোমাৰ আমাৰ মৈত্ৰী দিন দিন বাঢ়িবেক। আৰ তুমি আপনাৰ ব্যয় কৰিয়া আমাৰ ভালাই কৰিছ। মই আপনাৰ ব্যয় কৰিয়া তোমাৰ ভালাই কৰিম। ইহাৰ কাৰ্য্য প্ৰভাৱে প্ৰমাণ পাইবেন। আৰ মোৰ যে জোখো বিপত্তি হৈবাক নালাগে সে জোখো বিপত্তি হৈল মোৰো আপোনাৰ লোকত হন্তে, ইহাক ময়ো বুজিলোঁ, তুমিও বুজিলা । মঞি দোষানুৰূপ অনেক দণ্ড কৰিলোঁ, অনেক শাস্তি কৰিলোঁ, অনেক কাটিলোঁ। আৰ সমস্ত দোষানুৰূপে দণ্ড কৰিম, শাস্তি কৰিম, কাটিম। তোমাতো চাহি দোষানুৰূপে দণ্ড কৰ, শাস্তি কৰ, কাট। আৰু সমস্ত দণ্ড কৰিবেন, শাস্তি কৰিবেন, কাটিবেন । তেবেসে ৰাজ্যত ৰাজা হ। ৰাজাৰ দণ্ড প্ৰধান।

মোৰ মতে এখন যে ঠাই দুৰ্গস্থল কৰিছ তাত তুমি যত লোক সহিতে যাইবা তত লোকৰ তিনি বৎসৰৰ ভক্ষ তুলিবা। আৰ বাহিৰত যুজিবাৰ সৰে হাথীয়াৰ ৰাখিয়া যাবৎ হাথীয়াৰ তোল । আৰ যেসব লোক তোমাৰ আত্মীয় হেন কহয় তাৰ কুৰ্ম্মাবিলাকো তোল। তাত যাবৎ কুৰ্ম্মা কৰি না-তুলিবাক নোখোজে, তাঞি তোমাৰ হাৰামখোৰ, তাক দণ্ড কৰ। আৰ সে ঠাইৰ পাশ্বৰ্বৰ্ত্তীয় লোক তাক খোৱাই-পিন্ধাই আপ্ত কৰ, ইহাতে তোমাৰ যে ইছা। মই এৰূপ কৰিছোঁ, কৰিতেছোঁ। আৰ প্ৰীতিৰ বীজখনি তোমাৰ উকিলৰ ঠাই লেখিয়া দিছোঁ, কহিছোঁ, তাক তুমি কৰিবা। তেবে পল্লবিত পুষ্পিত, ফলিত হৈবেক। অধিক কি কহিব, সকলো উকিলে কহিবেক।

আৰ তোমাৰ ৰাজ্য যেমনে বা মাৰ গৈল যেমনে বা পাইছেন তাক তোমাৰ পত্ৰৰ দ্বাৰায়ে জানিল। আৰ আমাৰো ৰাজ্য যেমনে বা মাৰ গৈছে,

যেমনে বা ফিৰি পাইছি, তাক তোমাৰ গোপালচৰণৰ ঠাই লেখিয়া দিছি, তাঞি জনাইবেক। আৰ সময়ত উদ্যম কৰিবাক চাহি। এতেকে তোমাৰ খড়ি-খড়িৰ বাৰ্ত্তা আমৰা যেমনে পাই, আৰ আমাৰ খড়ি-খড়িৰ বাৰ্ত্তা যেমনে তোমৰা পাইবেন তাক কৰিবাক লাগে। ইহাতে সকলো সিদ্ধি হৈবেক।

আৰ আমাৰ নজিকি শ্ৰীকানাই যায়। আৰ শ্ৰীগোপালচৰণ ও শ্ৰীভকতচৰণ ও শ্ৰীৰামচৰণ, ইয়াৰ মুখে সকল সমাচাৰ জানিবেন। আৰ বিশেষ এক-আদ কথা তাক শ্ৰীগোপাল চৰণ ও শ্ৰীকানাইএ কহিবেক। ইতি, চন ১৫৮৪, ৫ আষাৰ। পালেহি শক ১৫৮৫, তাং ৬, মাস ভাদ্ৰ। ১৪৩ ॥

প্ৰাণনাৰায়ণে দিয়া উক্ত পত্ৰৰ সামৰণি অংশ।—আৰ আমাৰ দেশ যেমনে বা মৰা গৈছে যেমনে বা ফিৰিয়া লৈছি তাক পহিলে লেখি—

সাহসুজাক মাৰিয়া খেদায়া যেখনে মাজুম-খাঁ ঢাকা গৈল তখন আমাৰ উকিল ফতে-খাঁক মাজুম-খাঁৰ ঠাই পঠালোঁ। ইহাতে পাৎসা সাহেবেৰ ঠাই আছে যে ৰাজা জয়সিংহ তামাৰ পূৰ্ব্বে মানসিংহ ৰাজা সহিতে আমাৰ পিতামহ মহাৰাজ সম্বন্ধ কৰিছিল। সেই সম্বন্ধৰ অনুবন্ধে ৰাজা জয়সিংহ মাজুম-খাঁক আমাৰ হৈয়া সুপাৰিচ লেখিছে। সে সুপাৰিচ লেখা পায়া মাজুম-খাঁ খ্ৰেথা-গোসা কৰিয়া আমাৰ উকিল ফতে-খাঁক, শোলশাঠিশায়া, ৰাজা সুজানসিংহক ১০০০০০ আসোৱাৰ, ২০০০০ বন্দুক সি সমেত আমাৰ ওপৰ চৰাইলেক। তাৰ সহিতে আমাৰ লোৰাই কৰিলোঁ। তাৰ ৰাত্ৰিৰ দাগাত কোতাৰ মাইৰত আমাৰ অনেক লোক মাৰা গেল। জঙ্গলত তীৰেৰ মাইৰত অনেক মাইৰ গেল। আমাৰ বাগৱাৰৰ গৈঠত লাগিতে তীৰেৰ বন্দুকৰ মাইৰত ২০০০ আসোৱাৰ মাৰা গেল, পাইকৰ গণনা কে কৰে? পাচে সুজানসিংহ নাপাৰিয়া কহিলেক,—মোৰ সহিতে সালাহ কৰ। পূৰ্ব্বাপৰ যেমনে পেচ-কচ দিছিলেন সেই ধাৰণে পেচকচ দিয়া ৰাজ্য ভোগ কৰ। পাৎসাহীত তোমাৰ বদনাম গুচোক। তাত আমৰাও সালাহ কৰিবাক কবু কৰিলাম। আৰ আমাৰ ৰাজ্যৰ লোকৰো ইছা আছিল যে সলাহ হৌক। তাত আমাৰ প্ৰধান শ্ৰীভবানাথ কাজি সেগোট নাকৰিলেক, যুদ্ধহে কৰিলেক। নফৰৰ মধ্যত তাঞি বৰ জোৱাবৰ আছিল। মগলাগণ আসিলত এতেকে তাক জানাগেল। তাৰ মনত আছিল পাৎসাহী সলাহ হৈলেক। আমাৰা পাৎসাহীত মলুক মাৰিছি। তাৰ দায়ত পাৎসাহী লোক হস্তে আমৰা মাৰা যাইব।

ৰাজা পেছ্‌কছ্‌ দিয়া এৰাইবেক, আৰ আমাৰ যেসকল মল্লুক পৰগনাত যাৰা ভাগ কৰি তাৰ পেছ্‌কছো আমাৰে ওপৰে দেয়াইলেক। এইসকল কুমন্ত্রণাত যুদ্ধসে কৰিলেক, সলাহ না কৰিলেক।

পাচে মাজুম-খাঁ আপনে চৰিয়া সমস্ত ওমৰাও লোক সমেত মিত্র-পথেৰ দ্বাৰাএ আছিল। তেখন ফৌজ দেখিয়া ভৰনাথ কাজি আপনে আগে পালাইল। তাতে কুমন্ত্রণা কৰিছে যে মহাৰাজক মগোলে ধৰিয়া লৈয়া যাইবেক। আমৰা পাচত মগোলত মিলিয়া এদেশে ৰাজকৰ দিবাক লাগে, তাক মগোলক মঞ্জি এ দিয়া আমৰাএ ৰাজ্য ভোগ কৰিব। তাত মঞ্জি দেখিলোঁ, যে মগোল আছিল। সৰদাৰ সকলো মোৰ সাথ নাদিলেক। তেবে ইমৰা কুমন্ত্রণাকেসে কৰে, মোক ধৰি দিবাক চাহে। এতেকে মই আপোনাৰ কুৰুমা কৰি বা সমেত ভোটিৰ ধৰ্ম্মৰাজা মোৰ সখি। তাৰ সীমা বাস্কা পৰ্ব্বতত যায়া উত্তৰিলোঁ। মোৰ লগেৰ আঠাৰ ডাকুৱাৰ এক ডাকুৱালোক সমেত। তাৰ পাচতে মাজুম-খাঁ আপনে আসিয়া আমাৰ বেহাৰ সোমায়া দেশ লৈলেক। আমাৰ বাস্কাৰ পৰ্ব্বত যাবাৰ শুনিয়া সখি ধৰ্ম্মৰাজা আপনাৰ আগুৱাক পাঠায়া আমাক বহুত আশ্বাস কৰিলেক, বহুত ভক্ষ-ভোজ দিয়াইলেক। আৰ লোক-জন দিয়া আমাৰ পালা-পহৰীয়া দেৱাইলেক। দিন-দিন আমাৰ খবৰ লৈতেছিল। আমৰা মাজুম-খাঁ এক ভোটক ধৰিয়া লৈয়া যায়া ধৰ্ম্মৰাজাক দিলা। আশা দিয়া, লোভ দেখায়া, দ্রব্য দিয়া পাঠাইয়া লেখিলেক যে ৰাজা আমাৰ হাৰামখোৰ, তাক তোমৰা ধৰিয়া দিও। তাত সখি ধৰ্ম্মৰাজা মহামহন্তৰ শৰণাবৎসল, তাঞ্জি মাজুম-খাঁক জবাব লেখিলেক, "আমাৰা ৰাজাক ডকায়া নাহি আনিলি। আমাৰ সখি হয়, বিপত্তিত তাঞ্জি আহিছে। ইহাক আমাৰা কেমনে ধৰিয়া দিবাক পাৰি? এগোটি আমাৰ ধৰ্ম্ম নহয়। আৰ কি দোষে বা তোমৰা ৰাজা মলুক আসিয়া লৈলেন, ইহাকো আমৰা নাজানি। যদি ৰাজা কোনো দোষ কৰিয়া থাকে তেবে তাৰ গুণগাৰি আমৰা দিব। আৰ পেছকছ্‌ যে লাগে তাকো দিব। তোমৰা ৰাজাৰ মলুক ৰাজাক ছাৰিয়া দিও।" ধৰ্ম্মৰাজাৰ এই খবৰে জবাবত মাজুম-খাঁ নিহকৰ্ম কৰিয়া জানিলেক যে ৰাজাক নেদেই। তখন মাজুম-খাঁ ভোটক বিদায় দিলেন, আৰ ভোটৰ ৰাজাৰ উকিলক কহিলেক, "ভালা, এখন মই আসাম যাম। সি ঠাই হন্তে ফিৰিয়া আসিলে ৰাজাৰ নিশা কৰিম।"

ইহাতে ভৱানাথ কাজি যে মন্ত্রণা কৰিয়া আমাৰ সাথ নকৰিয়া আন পথে পলাইছিল, তমাম মাজুম-খাঁৰ লোক ধৰিয়া নিলেক। ইহাতে আৰ

যে সময় সৰ্দ্দাৰ যে ঠাই পলাই আছিল তামাৰা কেহো মোৰ ঠাই নাসিল। সাগ যায়া মগলুত মিলিল। ইয়াতে মাজুঁম-খাঁ জানিলে যে, দেশ পাইলোঁ। আৰু প্ৰধান ভবনাথ কাজিক কয়েদ কৰিলোঁ। আৰ সমস্ত ছয় সৰ্দ্দাৰো এহাতে চৰিল। কেৱল ৰাজাসে একলাএ পাহাৰত ৰহিল। এতেকে আমৰা মলুক খালিছা কৰিয়া বেহাৰ ফৌজদাৰ ইস্পিন্দিয়াৰক বসায়া যায়গহ কৰোতি। থানাদাৰ পঠায়া মগলু সাধিবাক হুকুম কৰিয়া তোমৰা দেশক গেল।

পাচে আমাৰ দেশত মগলুৰ কৰোড়ি বিলাযতে বিলাবতে বসিয়া খলিচা মতে খাজনা তহসিলক লাগিল। ইহাতে মগোল ৰাজাৰ তহসিলত লোক বহুত। আজাৰ পায়া খাজনা ভৰিবাক নাপাৰিয়া পাইকান ও ঠাকুৰীয়া সমস্ত লোকেৰ উকিল হৈয়া কতগুটি লোক বাঙ্কাৰ পৰ্ব্বতত যায়া আমাৰ ঠাইত আৰ্দ্দাস কৰিলেক। আমাৰ লোণ খাইছিল। মগোল আসিবাৰ সময বৰবৰুৱা সৰ্দ্দাৰ সমে পলায়া গেল। কাৰণ লইবাক নাহি পায়। এখন আমাৰা মগলু ৰজাৰ তহসিল সহিবাক নাপাৰি খাজানাও ভৰিবাক নাপাৰি মহাৰাজাৰ হুকুম হয়, তবে আমৰা মগলোক মাৰিয়া খেদাই। মহাৰাজাও যায়া ৰাজ্য কৰোঁক। তাত সখি ধৰ্ম্মৰাজাও মগোল সহিতে বিৰোধ কৰিবাক সম্মত নাদে। তাঞিৰ ইচ্ছায়ে মাজুম-খাঁ ফিৰিয়া আসিলে। মঞি সন্যাসী কৰিয়া যে লাগে তাক দিয়া জানো দ্বন্দ-বাদ নাহয়, এতেকে ধৰ্ম্মৰাজা আগুৱা ভোট আছে, তাৰাক নাজানায় মনে মনে দোচৰ লোকক আশ্বাস কৰিলোঁ। তোমৰা এখন একথা চোৰ নাকৰিবেন। আমৰা মাজুম-খাঁৰ খবৰক মানুহ পাঠাইতেছি। মাজুম-খাঁৰ যদি খবৰক পাএগ যায়া পহুছিল, তাৰ খবৰ আসিয়া পহুছিলে আমাৰা তোমৰাক হুকুম কৰিব। তখন মোগলক মাৰিবেন। এখন তোমৰা সবে এক বাক্যতা হয়া দিন কাটি কৰিয়া থবাবেন। ইহাতে কতো দিন অন্তৰ মানুহ আমাৰ মাজুম-খাঁৰ লস্কৰ আসিয়া পহুছিল। তাঞি কহিলেক, "মাজুম-খাঁ গড়গ্ৰাম গেল।" তখন আমৰা মনে বিচাৰ কৰিলি মাজুম-খাঁ দূৰ হৈল, মদত কৰিবাক নাপাৰিলেক। এতেকে আমৰা আপনাৰ দেশৰ লোকক মনে মনে হুকুম কৰিল যে, তোমৰা নাইব কৰ। এ হুকুম পায়া আমাৰ দেশৰ সমস্ত পাইকলোক এক বাক্যতা হৈয়া যাৰ যে ঠাই পাইলেক মগোলৰ কৰোৰিক ও থানাদাৰক ও ফৌজদাৰক ঘেৰিয়া দাগা কৰিয়া ও সৰিয়ণ কৰিয়া কাটিলেক। ইহাতে বহুত মৰা গেল, থোৰা কিছু পাইল।

এহি ধাৰণে বিলাৰতে বিলাযতে মগোলুক মাৰিয়া চাফ কৰিয়া বেহাৰত যে ফৌজদাৰ ইস্পিন্দিয়াৰ প্ৰভৃতি আছিল তমামকে আসিয়া ঘেৰিয়া ধৰিলেক।

"আমৰা পাৎসাহী লোক, মাজুম-খাঁৰ নাহয়, মাজুম-খাঁৰ যে লোক তোমাৰ বিলায়তত বসিছিল তাক মাৰিলেক। আমৰা তোমাৰ লগত বিৰোধ নাকৰি আমাক ধৰ্ম্মদ্বাৰ দেও, আমৰা আপনে তোমাৰ ছাৰিয়া যাই।" এহি বুলিয়া আমাৰ লোক সহিতে বিৰোধ নাকৰি বুলিয়া সৌগন্ধ কৰিলেক। একথা আমাৰ লোকে বাস্কাতে কহি পাঠাইলেক। ইয়াক শুনিয়া আমৰা বিচাৰ কৰিলাম, মগোলে আমাৰ দেশক বিনাযুদ্ধে লৈছে। অখন আমৰা মাৰিয়া লৈলাম। আমাৰ এহি কীৰ্ত্তি চন্দ্ৰ দিবাকৰ লাগিয়া ৰহিল। আৰ মোগলৰ ফৌজ বহুত ঘিৰাইলেক, ইমাক নামাৰিয়াও মাৰিলাম। আক আখেৰ পাৎসাহী সহিত আমাৰ ৰহিবাক লাগে। এতেকে আমাৰ লোকক হুকুম কৰিল তামাক ধৰ্ম্মদ্বাৰ দেউ, আমাৰ দেশ ছাৰিয়া যাউক। এতেকে উমৰা আমাৰ লোকত হন্তে ধৰ্ম্মদ্বাৰ পায়া নিকলিয়া গৈল। সকলো লোকত আমাৰ কীৰ্ত্তি ৰহিল যে ৰাজাএ সকলো লোকক জীউ দান দিয়া চাৰিয়া দিলেক।

তাৰ পাচে আমৰাও বাস্কাৰ হন্তে নামিযা আপনাৰ বেহাৰ-পাট দেশ আসিলাম। পৰ্ব্বতত আমৰা যাই সাথ দিছে, যাকো যেমনে মগোলক মাৰিলেক তাক তেমনে বা দিলাম। আৰ যে মিত্ৰ পথে মাজুম-খাঁ দেশ সম্ভাগিছিল সে পথত পৰ্ব্বতখানৰ গড় কৰিলাম। আৰ বা যে ঠাই যে ছিদ্ৰ আছিল তাকো মাৰিলাম। ইহাতে শুনিলাম যে মাজুম-খাঁ গুৱাহাটীক গড়গাঁও হন্তে আসিল এতেকে আমৰা ৰাতা-ৰাতি ঠাই-ঠাই গড়ত লোক সৰ্দ্দাৰ বসাইলাম। আৰ মাৰ্জুম-খাঁয়ো খবৰক চাৰ পঠায়া যত সা-সন্যে পহিলে আহিছিল সে সমান মাজুম-খাঁৰ নাহি। ইহাতে আমাৰ বহুত ভৰষা হৈল, যে এবাৰ আসিয়া সলাহ নাকৰিলে লড়িব। তাত আমাৰ চাৰে আসিয়া কহিলেক যে "মাজুম-খাঁ শৰণাপন্ন নাপৰা পৰিয়া নাৱে ভটীয়াই বৰিতলা গল। এ খবৰ হকিকত জানিবাক আমাৰা মনুষ্য পঠালোঁ। বৰিতলাক তাঙিং আসিয়া কহিলেক যে "মাজুম-খাঁ মৰিল; দলাল-খাঁও সমস্তে ফৌজ সহিতে ঢকাক লাগিয়া গেল। আৰ দলাল-খাঁ আমাক বহুথ দিলসা কৰিয়া পঠাইছে। এতেকে আমৰা সলাহেৰ কাৰণ তাৰ ঠাই ঢকাক লাগিয়া আমাৰ পৰম আপ্ত শ্ৰীকবি-কিশোৰক উকিল পঠায়া দিলি সলাহ হৈবেক। আমাৰ বিপত্তি একৃপ হৈছিল, অন্তকো পাইলেক।

তোমাৰ এক বাদুলি ফুকন নিদানত বিগাৰ কৰিলেক। আমাৰো এমন অনেক নফৰে আদি-অন্তে বিগাৰ কৰিলেক। মোন আপোনাৰ ধৰ্ম্মবল আৰ সখি ধৰ্ম্মৰাজাৰ সহাই বলে এ ঘোৰ বিপত্তি তৰিয়া তোমাৰ হেন মহা-

ৰাজা পূৰ্ব্বাপৰ মিত্রতাক পাইলোঁ। অখন ঈশ্বৰে তোমাৰ আমাৰ ভালে কৰিবেক। যেমনে দুখ গেল তেমনে সুখ হৈবেক।

এঠাইৰ সমাচাৰ শ্রীগোপালচৰণ ও শ্রীকানাই ও শ্রীভকতচৰণ, ও শ্রীৰামচৰণ, ইমৰাএ কহিবেক। ইতি শক ১৫৮৫, তাৰিখ ৫, মাসে ভাদ্র। ১৪৪॥

জয়ধ্বজসিংহৰ পৰা প্রাণনাৰায়ণলৈ পত্র।—শ্রীশ্রীজয়ধ্বজসিংহ মহাৰাজাএ পুনৰ্ব্বাৰ ৰাজা প্রাণনাৰাণৰ ঠাইলৈ দি পঠোৱা পত্র।—

স্বস্তি সকল মঙ্গলালিঙ্গিত কলেবৰালঙ্ক সমৰাঙ্গনাঙ্কুৰ আলয়ণ বৰ তাচিঁচত দ্বিজদেৱ মহামহিম শ্রীশ্রীমৎ কমতেশ্বৰ ৰাজ মৰ্য্যোদাৰ চৰিত্র বিচিত্রিত গুণ সমুদ্রেষু।—

সৌহার্দ্দপূৰ্ব্বক লেখনং প্রয়োজনঞ্চাগে। এথাত আমাৰ সমস্তৰে কুশল। ৰাজা প্রাণনাৰায়ণৰ কুশল নিৰন্তৰে চাহি। পৰং তুমি যি পত্র লেখিলা উকিলৰ মুখেও যে কহি পঠালা তাক শুনি আমি পৰম সন্তোষ লভিলোঁ। আৰ তুমিৰ প্রীতিৰ কাৰণ যি লিখিলা লেখিবাক পোৱা। কিন্তু প্রীতিগোট আজিৰ নহই, পূৰ্ব্ব ধৰি বিশ্বসিংহৰ দিন হন্তে এই প্রীতি গোটি চলি গৈছে। এখনো আমি সেই প্রীতিতেসে বহিছি। যেখন তোমাৰ ভৱানাথ কাজি হাজোক আসিল, সি আমাত ভাৰসা নাদিয়া বনাই লিখিলেক। সে কাৰণে যি খানি তোমাৰ আমাৰ অপ্রীতি হৈল তাক আমিও মনে এৰিছি; তোমৰাও মনে কিছু গুণাহ নাকৰিবা। ইদানীক তোমাৰ আমাৰ যেমনে অভেদ প্রীতি গোট হয় তেমন খান কৰিবা।

আৰ দেখ তুমি যি জয়নাৰায়ণৰ মকৰধ্বজৰ কাৰণ কহিলা কহিবাক পোৱা। কিন্তু পূৰ্ব্বত তাক আমি বিজয়পুৰত ৰাজা কৰিম বুলিয়া কবুল কৰিছি। এতেকে আপোনাৰ পূৰ্ব্ব কবুলক সাফল কৰিয়া তাক আমি ৰাজা কৰিলোঁ। তথাপি সি আমাৰ লোণহাৰাম কৰিলেক। এতেকে সি কবুল কৰিছিলে, সমস্তে তাৰ ভ্রষ্ট হৈল। আমিও তাক পৰিত্যাগ কৰিলোঁ।

এতেকে তোমাৰ দোসমন হৈলে আমাৰো দোসমন, আমাৰ দোসমন হৈলে তোমাৰ দোসমন । সিটো অপ্ৰীতিৰ কাৰণ, ইহাক জানি তুমিও আন্দৰ নকৰিবা । পৰং তুমি যি ৰাজ্যচ্যুত নহৈবাৰ উদ্যম কৰিবৰ কাৰণ কহিলা কহিবাক পোৱা । কিন্তু সূৰ্য্যক ৰাহুএ আগ্ৰহণ কৰিয়া থই, তথাপিতো সূৰ্য্যৰ পুনৰ প্ৰকাশ নাকৰে ? এতেকে আমিও বলা-বল জিজ্ঞাসা কৰিয়া যতন কৰিছি, তুমিও ইহাক লাগিয়া যতন কৰিবা । বিশেষ অগ্নি, বায়ু, সংযোগ হয়া যেমন তৃণসকল দহি চন্ন কৰে, তুমি আমি তেমনে প্ৰীতি হৈলে শত্ৰুক দমন কৰি নষ্ট কৰিবাক পাৰি, তেমনখান কৰিবা । আৰ তোমাৰ মঙ্গলৰ বাৰ্ত্তা আমৰা পাই থাকিম, আমৰাৰো বাৰ্ত্তা তুমি পাই থাকিবা । এমত পথগোট যেমন ছেদ নহয় তাহা কৰিবা ।

আৰ তোমাৰ অৰ্থে সন্দেশ,—গজদন্ত সম্ভব মুক্তাএ স্বৰ্ণ গ্ৰন্থিত বাঘৰ পতা সোণৰ কৈমি ১, ভদ্ৰবস্ত্ৰ ১৯ খান। শক ১৫৮৫, ২৬ ভাদ্ৰ। ১৪৫ ॥

জয়ধ্বজসিংহে দিয়া উক্ত পত্ৰৰ সামৰণি অংশ ।—এই পত্ৰৰ লগতে লেখিছিল পৃথকে, পূৰ্ব্বাপৰ দশায়া ।—

শ্ৰীশ্ৰীমত স্বৰ্গনাৰায়ণদেৱ মহাৰাজা গজসম্ভৱ ৰাজাধিৰাজ আছিল । পূৰ্ব্বে খেড়, পশ্চিমে গৌড, দক্ষিণে কখাঙ্গ, উত্তৰে লালুং যাবত্ তাবত্ ৰাজাধি-ৰাজ আছিল। তাঞ্ৰিৰ দুই পুত্ৰ হৈল। এক পুত্ৰক পূৰ্ব্বে লাগন দেশত থাপিলে এক পুত্ৰক আসাম দেশত থাপিলে । দাদোৰ বেটাক কখাঙ্গ দেশত থাপিলে । সেই কাল হলে আমাৰ অন্যোন্যে প্ৰীতিগোট আছিল । পাচে শেষ কালে যৱনে অতিক্ৰম কৰিলে কাৰণ আমি তোমাৰ খবৰ নাপাঞো । ইদানীক যেমনে খবৰ পাঞো তেমনখান কৰিবা। যাতো তোমাৰ নজিকি গোপালচৰণ পৰমানন্দ । ১৪৬ ॥

প্ৰাণনাৰায়ণৰ পৰা জয়ধ্বজসিংহলৈ পত্ৰ ।—মহাৰাজ প্ৰাণনাৰায়ণে স্বৰ্গদেৱ জয়ধ্বজসিংহলৈ দিয়া পত্ৰ ।—

স্বস্তি জ্যাঘোষ কুলীষনাদ তুলি পুৰকৃত চামৰাদ বপ্ৰঘোটা বদন্ত দুয়াভি-ৰাম স্তুপ্ৰতি কায়ানুজ শস্তৰ ৰস্তাধ্বজভিম-স্তন্দন সৰ্ব্ব স্তুভদ্ৰ বৰাৰোহ স্তুবিৰ স্তুস্থিৰ স্বৰস্ত্ৰ মঙ্গল গম্ভিৰ বেদিগজগ্ৰাম হিৰকৰ হাৰ হামকাস কৈলাশ কুন্দ-কুন্দ কপুৰ ধৌত কলধোত বিমল দিগ্‌তলয় গিয়মান মুসন্দোসিত সিত ভুজঙ্গ ভুজভূষণ কঠি কৃপাণনিষ্ক পণিপাত নিৰ্ঘাদ হবিকট কঙ্কনিকৃষাণুৰোছিৰ মিলিত সান্দ্ৰ সিন্দুৰমন্দি বানাত্ত পবিনিসিলিত বিপুল কুমুদকানন বহু

**পৰাক্ৰমদাভিভুজ নমদবিদ্ৰ** মৌলিমান-মৰিচিৰাজিনিৰঞ্জিত চৰণ সমৰশিমভিম **পৰাক্ৰম** সদাচ্যাহাত মহামহিম সৌমাৰ নৰনায়ক ৰাজাধিৰাজ শ্ৰীশ্ৰীমৎ **স্বৰ্গনাৰায়ণ দেৱ** জয়ধ্বজসিংহ বিষম সমৰ জাগৰুক প্ৰচণ্ডপ্ৰতাপেষু **স্বস্তি** সুখয়ং সাভিমতসাৰে দয়ত ভব্যমীহ ভবতাং তদ্বিহামহে।

**পৰঞ্চ** তুমি যে পত্ৰ লেখিলেন আৰ উকিলৰ মুখে যে কহি পাঠাইলেন **তাক** শুনিয়া **পৰম** সন্তোষ হৈলাম। আৰ পূৰ্ব্বেৰ প্ৰীতি কথা যে লেখিছ সে তোমাৰ আমাৰ সহজ প্ৰীতি আসিতেছে তাত তুমিও আছ আমৰাও আছি। **আৰ মধ্যত** যে **ভৱানাথ কাজিৰ** কথা লেখিছ তাঞি আমাক ভাৰষা নাদিয়া বঢ়াই লেখিলেক সে **কাৰণ** যেখানি তোমাৰ আমাৰ অপ্ৰীতি হৈল তাক আমিও এৰিছি তোমৰাও মনে কিছু গুণাহ নাকৰিবা। এ ভালাই লেখিছু। তাঞি আমাৰ **নফৰেসে** এতেকে তোমাৰ নফৰত হস্তে হৌক বা আমাৰ নফৰত হস্তে হৌক যাত অপ্ৰীতি হয় তাক তোমৰাও বুজিবেন আমৰাও বুজিলাম। এতেকে সে লেখ নফৰক আমৰাও চাৰিলাম তোমৰাও চাৰিবেন। আৰ যে লেখিছু ইদানীক তোমাৰ আমাৰ অভেদ প্ৰীতি হয় যেন তেমন খান **কৰিবা।** এ লিখিবাক পায়। এতেকে তোমাৰ মানুহ লেখা-পঢ়া লৈয়া আমাৰ ঠাই আসিবেক, আমাৰ মানুহো লেখা-পত্ৰ লৈ তোমাৰ ঠাই জাইবেক। এই ধাৰণে দুওঁ ঘৰেৰ মানুহ গতাগত কৰিলে উত্তৰোত্তৰে তোমাৰ আমাৰ প্ৰীতি বাঢ়িতে যাইবেক। ইহাক লাগিয়া আমৰাও যত্ন কৰিতে ৰহিব তোমৰাও **যত্ন কৰিবেন।**

আৰ যে জয়নাৰায়ণৰ কথা লেখিছ তাক জানিল। আমৰাও তাক প্ৰথমে লোৱা দিছিলাম। তাঞি না আমাৰে কামতে আছিল। এতেকে তোমাৰ তাক যেমনে পৰিত্যাগ কৰিবেন আমৰাও তাক তেমনে আদৰ **নাকৰিব।** আৰ যে লেখিছু তোমাৰ দুসমন হৈলেও আমাৰ দুসমন আমাৰ **দুসমনেও** তোমাৰ দুসমন সে মনে হয়, ইহাক কাৰ্য্যৰ গতিএ জানিবেন।

আৰ আমৰা যে উদাম কৰিবাক লেখিছি তাত যে তোমৰা সূৰ্য্যক **দৃষ্টান্ত** দিয়া লেখিচ ইহাক শুনিয়া বহুত সন্তোষ হৈলাম। তোমাত হন্তে **সবে** পুৰুষাৰ্থ হৈবেক। আৰ যে লেখিছু আমিও আপনাৰ বল জিজ্ঞাসা **কৰিয়া** যতন কৰিছি তুমি ইহাক লাগিয়া যত্ন কৰিবেন। বিশেষ অগ্নি, বায়ু, যেমনে এক সংযোগ হৈয়া তৃণ সকলক দহি চন্ন কৰে তেমনে তোমৰা **আমৰাও** একলাগ একপ্ৰীত হৈয়া শত্ৰুক যেমনে হ্ৰাস কৰিবাক পাৰি তেমন-

খান কৰিবা এ উচিত লেখিছ। আপনাৰ বলাবল বুজিয়া দেশ-কাল জানিয়া শত্রুৰ ছিদ্র জানিয়া যেমনে তোমাৰ আমাৰ এক বাক্যতাএ উদ্যম কৰিব তাক ঈশ্বৰে নিবাহ কৰিব। তেবেসে দুও ঘৰে যশ প্ৰতিষ্ঠা সুখ সন্তোষ পাইব। ইহাক জানিয়া আমাৰা তাৰ উদ্যোগতে আছি আৰ তুমিও তেমনে কৰিয়া থাকিবেন।

আৰ যে লেখিছ্ তোমাৰ কুশল কথা আমৰা পাই থাকিব। আমাৰ কুশল মঙ্গল তোমৰা পাই থাকিবেন। এনত পথগোটি যেনতে ভেদ নাহয় তেমতে তাক কৰিবেন। এ বহুত উত্তম লেখিছ্। আমাৰো মনৰ এহি বাঞ্চা। তাত পথে সঙ্কটেৰ কাৰণ যাইতে আসিতে মনে সংকোচ কৰে আৰ তোমাৰ যোগ্য বস্তু আমৰা দিয়া পাঠাইবাক নাপাএ আমাৰ যোগ্য বস্তু তোমৰাও দিয়া পঠাইবাক নাপাইয়েন আৰ মানুহও কেও গতাগত কৰিবাক নাপায়। বহুত সন্ধানেসে বহুত সংকোচেসে এক পাদ মানুহ খানি আসা যোৱা কৰিছে। এহি কথা তোমাৰ আমাৰ শত্রুয়ে শুনিছে ইহাতে আৰো লোকে গতাগত কৰিবাক অধিকো সংকোচ কৰে। এতেকে আমাৰ মনে দৰঙ্গক পোচচাড়া দিয়া পাহাৰ তুলি দিয়া যদি পথগোটি চলাইবাক পাৰেন ঝাৰে-জঙ্গলে, তেবে নিসন্দেহ হুৰা মানুহ গতাগত কৰিবাক পাবে। এগোটি হেলে তোমাৰ আমাৰ সকলো কথা-বাৰ্ত্তা হয়, যেমনে চাহি তেমনে কৰিবাক পাৰি। এতেকে ইহাক লাগিয়া তুমিও যত্ন কৰিবেন আৰ আমাকো লেখিবেন।

আৰ সকল সমাচাৰ শ্ৰীপৰমানন্দ শৰ্ম্মা ও শ্ৰীগোপালচৰণ ও শ্ৰীৰাম-চৰণ ইহাৰাৰ মুখে জ্ঞাত হৈবেন। যেমনে তোমাৰ কুশল-বাৰ্ত্তা আমৰা তৎ-কালে পাই তাক কৰিবেন। আৰ পত্ৰ-চিহ্ন তোমাক লাগিয়া মুক্তা দুই, মৰজাই গোটে বায়ন ৫২ আৰ কাপৰ ৪ চাৰি, পাগৰা ৪ জোৰ। ইতি শক ১৫৮৫, তাং ২০ ফাগুন। পালেহি তথা শক মাস বৈশাখ। ১৪৭ ॥

চক্ৰধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্ৰ।—স্বৰ্গমহাৰাজাৰ ৰাজা প্ৰাণনাৰায়ণলৈ প্ৰতি লেখা।—

স্বস্তি নিখিল মঙ্গলালিঙ্গিত কলেবৰ পৰম গম্ভীৰ ধীৰবীৰ বিবিধ বিদ্যা-বিদ্যোতিতান্তঃকৰণ দান মান বিচাৰণ সন্তোষিত নানা দেশস্থিত বিদ্যুত প্ৰবৰ জনপ্ৰবৰ তপোনল জ্বাল সংশোসিত ঋপুকুল প্ৰতপ সতত মনোৰত দিগান্তৰ গতাতিসয় মহামহিম শ্ৰীশ্ৰীমৎ কমতেশ্বৰ ৰাজা মহোদাৰ মহানুভাব চৰিত্ৰেষু—

সৌহার্দ্দপূৰ্ব্বক লেখনং প্ৰয়োজনঞ্চ। এথা কুশল। তোমাৰ কুশল সৰ্ব্বদা চাহি পৰং তুমি কহি পঠাইছা যোগা সুবাএৰে বঙ্গালৰ লোগাই লাগিছে। সুবাএ বঙ্গালক মাৰি কুৰিদিনৰ পথ হেঁাহোঁকাইছে। আৰ দাউদ-খাঁ পৰিল আৰ দিলেল-খাঁ ঘায় খাইছে আৰ পাৎসাও দিল্লীৰ পৰা আগৰালৈ আহিছে। এইখান কহিছা। এতেকে পাচত কাৰ ভঙ্গ জয় ইসাকতো নাজানি আৰু বুলিচা আমিও গড়-খাঁৰৈ প্ৰযত্নে কৰিছোঁ, তুমিও গড় বান্ধা লোক মুলুখকৰো মহলা কৰা হয় বুলিবাক পাবা। কিন্তু বালেকাদি দেৱতাৰো ভঙ্গ জয় আছে। একবাৰ ঘাটিছোঁ বুলি নেকি আমি যত্ন নকৰিম আৰ সিটো একেবাৰেসে আমাক এমত কৰিছে তাক আমি বাৰম্বাৰ যেমত কৰিছোঁ তাক তুমি আপুনি সমস্তবোৰ জানা আৰ শ্ৰীগোপালচৰণক পঠালোঁ সি মোৰ ঠাই নপহুছিলেহি। তাক পথত পাণবলীবাই কাটিছে বুলি শুনিছোঁ। এতেকে ইহাকে চাই আমিও অধিক কৰি মানুহ নপঠাইছোঁ আৰ সি ঠাইৰো অধিক আসিবাক নালাগে। আৰ বাকী সমাচাৰ যি হয় শ্ৰীভীমা ও শ্ৰীনন্দন কহিবেক। ইতি শক ১৫৮৭, তাং ২৪ মাঘ। ১৪৮॥

প্ৰাণনাৰায়ণৰ পৰা চক্ৰধ্বজসিংহলৈ পত্ৰ।—ৰাজা প্ৰাণনাৰায়ণৰ লেখা স্বৰ্গমহাৰাজালৈ অনা এইখান।—

তোমাৰ উকিল অৰ্জুন শৰ্ম্মা ও শ্ৰীগোপালচৰণ আসি পাইলেক। তোমাৰ পত্ৰৰ ববান ও এই সকলৰ মুখ জবানেও সকল সমাচাৰ প্ৰীত পূৰ্ব্বকে জানিলো তাত যে লেখিছেন তোমাৰ আমাৰ প্ৰীতিগোট নবীন না হয়, পূৰ্ব্বাপৰ চলিয়া গৈছে। ইদানীকো সেহি প্ৰীতিগোট যেমনে বৃদ্ধি হুব তেমন কৰণেসে যুগুত, এ উত্তম লেখিছেন। ইহাক শুনিয়া মন সন্তোষ পাইলোঁ। মনত এমন বোধ পাইলো যে তোমাৰ আমাৰ সেই প্ৰতিগোট চলিয়া যাইবেক।

আৰ যে লেখিছেন তোমাকো মগোল বহুত দুঃখ দিছে ইহাক শুনি আমি বহুত সন্তোষ পাইচি। এ উচিত হয় আৰ তুমি সমস্তে জান আমৰা যেমনখান কৰি ফিৰিয়া আপনাৰ ৰাজ্য লৈয়া যেমনখানি সন্তোষ পাইছি এমন সন্তোষ তোমৰাও একথা শুনিয়া পায়া থাকিবেক। আৰ তাকেসে মিত্ৰ বুলি, মিত্ৰৰ দুঃখেৰ সময় দুঃখ পহুচে সুখেৰ কথা শুনিলে সন্তোষ হুই। আৰ মগলুৰ সময় তোমাৰ দুক্ষে যে আমৰা দুক্ষি হৈছিলি তাক যে প্ৰশংসা কৰিয়া লেখিচি ঈশ্বৰে যদি আমাক একবাৰ ঘটাইচে বাৰম্বাৰ নিকি এমত হৈবেক।

ই ভালই লেখিচ তুমি নিকি নাজানা কাল বলৱন্ত, যি কিছু হৈছে কাল-ক্রমেই হৈছে। কালকহে অতি দুক্ষ কৰিব লগা, ইয়াক আক্রমণ কৰিবাক কেহো নাপাৰে ; কিন্তু সেহি কাল ফিৰিলে সময়ত অৱলেও বলৱন্তক সবে কৰিবাক পাৰে, এতেকে যে লেখিচ শত্রুকে যেমনে হ্রাস কৰিবাক পাৰি তেমনখান যত্ন কৰিবা যেন শত্রুৱে ছিদ্ৰ লখিবাক নাপাৰে। এনীতি লেখিছা। এ অৰ্থত আমাৰো এহি কথা। আৰ তোমাৰা আমৰা এক হৈলে শত্রুএও কোনো অৱকাশ নাপাইবেক। আৰ তোমাৰা আৰ আমাৰা সময়ত শত্রুৰ ছিদ্র পাইব। এতেকে তাক লাগিয়া যত্নে ৰহিব। আমাৰ ফতেপুৰ নামে পৰগনা যে মগোল খালিচা কৰিয়া স্বাধীন কৰিছিল সে বশ পালিয়া তাকো আমাৰা পেড়ায়া লৈলি অখন তাত স্বাধিন হৈব। ইহাতে মিত্রেৰ উপচয় শুনিয়া তোমৰা যেমত সন্তোষ পাইবেন আৰু তোমাৰো যে সকল পৰগনা মগোল স্বাধীন কৰেণ তাকো তোমৰা চোড়ায়া লৈয়া লেখিলে তেমনে আমৰাও সন্তোষ পাইব। অধিক কি লেখিম আপুনি সমস্তে জানা।

এ পত্র আগে শ্রীঅৰ্জুন শৰ্ম্মা শ্রীগোপালচৰণৰ হাতে দিছিল তাঞি নপহুছিল কাৰণ পালেহি। ইতি শঁক ১৫৮৮, তাং ৫ মাঘ। ভীমা ও নন্দে অনা এই পত্র। ১৪৯ ।।

চক্রধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্র ।—বেহাৰৰ ৰাজা প্ৰাণ-নাৰাণক প্ৰতি চক্রধ্বজসিংহ মহাৰাজাএ দিয়া এই লেখা ।—

এথা কুশল। তোমাৰ কুশল সৰ্ব্বদা বাঞ্চি। পৰং তোমাৰ লিখ আনিল। সমাচাৰ প্ৰীতিপূৰ্ব্বকে জানিলোঁ আৰ দেখ মগোলে মিত্ৰৰজাৰ আমাক যেমনখান কৰিছে আমিতো তাক তেমনখান কৰিবাক নৈ পাৰো। ইদানিক আসি কাল উপস্থিত হৈচেহি। এতেকে গুৱাহাটীত যি কিছু লোক-জন আছে ইহাক মঞি ধৰো, মিত্র ৰজাৰ সীমাত যি কিছু আছে তাক মিত্র ৰাজাই ধৰক।

আৰ বাকী সমাচাৰ শ্রীভীমা ও শ্রীনন্দনেৰ প্ৰমুক্ষে জ্ঞাত হইবা। ইতি শক ১৫৮৯, তাং ২৮ শ্ৰৱণ। ১৫০ ।।

# একাদশ আধ্যা।

## ৰামসিংহৰ অসম আক্রমণ।

ৰাজপাটত চক্রধ্বজসিংহ স্বৰ্গদেৱ।—কাত্তিকত, বুদ্ধবাৰে, শক ১৫৮৫, তেবে জয়ধ্বজ ৰাজাৰ পুত্র নাই. অৰাজক ভয়ে বাঁহগৰীয়া বুঢ়াগোহাঁই, বাৰু-কীয়া বৰগোহাঁই, কেন্দুগুৰিয়া বৰপাত্র-গোহাঁই, ৰজাৰ শহুৰ চেংধৰা বৰুৱা, বুঢ়াগোহাঁইৰ পিতৃ বাঁহগৰীয়া ফুকন, ভিতৰুৱাল গোহাঁই, এইসকলে আলচি ৰাজাৰ দদায়েকৰ পুতেকক চাবিং বজাক মূৰত তুলি আনি মহাৰাজাৰ আজ্ঞায়ে ৰাজা পাতিলে। শ্রীশ্রীচক্রধ্বজ মহাৰাজা হ'লত পাচে দোৰ্বেগ দ'লৰ গাৰতে থাকিল। ৰস্তম-বেগ ভটীযাই গুৱাহাটীত ৰচিদ-খাঁত কলে, বোলে, "যি ৰাজালৈ বঁটা-বকচিচ্ দিলে সি ৰাজা মৰিল। এখন আমি কি কৰিম?" পাচে ৰচিদ-খাঁয়ে বোলে, "ৰাজাৰ ভাই ৰাজা হ'ল; আত ভিন্ন আছেনেকি? সই ৰাজাকে দেগে।" পাচে দোৰ্বেগ, ৰস্তম-বেগৰ লগত দিলাল-খাঁয়ে বাঁহবৰীয়াকে, গদাইকে পঠাই দিলে। সিহঁতক কোৰেখনাত থৈছিলে। ৺এ নোতোলে দেখি ৰাজমন্ত্রীয়ে অনেক মন্ত্রণা কৰি চাঙ্গত ৺ক বুজাই উচ্চত সিংহাসনত বহুৱাই আঠু পোনকৈ দুই চৰণ দলিচাৰ ওপৰত থৈ ঠিয় হব নালাগে হেন কৰি নবাবৰ উকিলক বাজতে ৰাখি পাৎসাৰ দুই অহদিক জখলানুখতে ৰূপৰ শৰায়েৰে ৪০০ সোণৰ মোহৰ দিয়ালে মাধচৰণৰ হাতে, আৰু ৰাজমন্ত্রীয়ে বচনে এইখান কব দিলে, বোলে, "৺ৰাজা ঈশ্বৰ ব্যতিৰেকে কাক সেৱা কৰে? যি কাৰণে উদয়গিৰি ৺ৰাজা ঈশ্বৰাংশ বিভূতি, অস্তগিৰি পাৎসাও ঈশ্বৰাংশ। এতেকেহে দুই জনৰ স্নেহানুৰূপ চলিছে। এতেকে বৰলোকৰ বিৰূপ সন্মান তাকে কৰিব লাগে। মহাৰাজাও লেচাঙ্গত আছে।' এইৰূপে অনেক কথা-বাৰ্ত্তা কৈ দুই অহদিক ৺ৰ আগক নিলে। সিহঁতে ৺ক সেৱা নকৰি তচমিল কৰি বঁটা-বকচিচ্ দিলে। পাচে ৰাজমন্ত্রীয়ে পাৎস বকচিচ্ ৺ৰ আগত সুবৰ্ণৰ শৰায়েৰে দিলেনি। ৺ও দুই হাত মেলি ধৰি থলে। ৰাজমন্ত্রীয়ে পুনৰ্ব্বাৰ পাচফালে আতৰাই থলে। পাচত সিসকল কটকীকো ৺ৰ আগ কৰিলে, আগত থৈ ৰাজকথাকো ৰাজমন্ত্রীযেহে নিশেষ কৈছিলে। আৰু ৺ৰাজা বোলে, "মোৰ বেটী, তিনি লাখ টকা, নৱৈ হাতী, লোকজন নাৰাখিবৰ কাৰণেহে দিলোঁ। এখন লোকজনকো নাপালোঁ, আৰ সীমনাকো নাপালোঁ। এই বুলি এক লিখা দি চন্দ্রকন্দলীকে, সনাতনকে দোৰ্বেগ, ৰস্তম-বেগৰ লগত পঠালে। সন্দেশ দিলে—গান্ধ ১০টা, কটাৰ ২০ খন, সোণৰ দাবেৰে ফণী ২ খন, হস্তীদন্ত ৬টা। ১৫৮৫ শকত ৯ পুহ ৰাজমন্ত্রীয়ে পাৎসাই অহদি উকিল সহিতে বিদায় দিলে। ১৫১॥

পাৎসালৈ আহোম কটকী ।—পাচে আমাৰ দুই কটকীয়ে ৰাজমহলত নাও থৈ ৭ মানুহ ৰখীয়া থৈ পাৎসাই বাহেগড়িত চড়ি, আগৰাত ৪ দিন ৰহি দিল্লী পালেগৈ । পাৎসায়ে অহাদিয়ে জনালত হাচান-আলি নবাবৰ হাৱলী যমুনাৰ নিকটত আছে, সি যুদ্ধক গৈছিলে, তাৰে হাৱলীত তুলি থলেনি। সনাতন কটকীয়ে দোৰ্বেগ, ৰত্তন-বেগক বোলে, "আমি ব্ৰাহ্মণ ; কেমনে আহাৰ ব্যৱহাৰ কৰিম ই জাগ্যাত?" পাচে দোৰ্বেগ যাই দেৱানত জনাই লোকজন আনি যমুনাৰ নিকটত দুই কটকীলৈ ভিন্নে ভিন্নে বাসা কৰি দিয়ালে । দুই দিনৰ পাচত দেৱানে সিদ্ধা দিলে । দুই কটকীক চাউল ৬০০ মোন, মেহি চাউল ৮০ মোন, মুগু ৪০ মোন, কলা ২০ মোন, মচুৰ ২০ মোন, মাহ ৬০ মোন, ঘিউ ৪০ সেৰ, ঝালুক ৮ সেৰ, হালধি গুৰি ৪ সেৰ, হিং আদসেৰ, আদা ১০ সেৰ, গাখীৰ ৮ মাঠি, লোণ ২০ মোন, চিনি ২০ মোন, তেজপাত ১ ভাৰ, টাটৰ ৭ পাচি, বিলাতি পাণ ৮ পাচি, হৰিণা ৩ টা । তাত পাচে পাৎসাৰ সিদ্ধা পাঞ্চ দিন অন্তৰে দিলে । ৫০০ ৰূপ লোকজনক ২০০ । তাত পাচে ৮ দিনৰ অবসানে আমাৰ দুই কটকীক পাৎসাৰ হুজুৰ কৰালেনি । পাৎসাও তক্তৰ ওপৰে বহিছিল । তক্তৰ তলে তিনি খলপাৰ নামে পাৎসাৰ দাহিনে সুৱৰ্ণৰ লাখুটি ধৰি জাফৰ-খাঁ দেৱান আছিল, বামে উজিৰ । সেই ক্ৰমে ৰাজপুতৰ ৰাজা বামে যশমত্তসিংহৰ ধাৰা, তাৰ পাচ ৰাণা হাড়ো, বাবহাজাৰী, সপ্তহাজাৰী । তাৰ পাচে ৬, তাৰ পাচে ৫, তাৰ পাচে ৪, তাৰ পাচে ৩, ২, ১, এই ক্ৰমে অমাত্যবৰ্গ, হাতী, ঘোঁৰা, চিপাহী, বন্দুক-দাৰী, মানী, ধনুকী, পাঞ্চহাখীয়াৰ সহিত চিত্ৰ-বিচিত্ৰ লালজৰ্দ্দ কৰ্ণাটি ফটিক, নানান পাথৰে ৰচিত দুৰ্গ, আলি, তক্ত, অভ্যন্তৰতে পকা পাথৰৰ গৃহ, ভ্ৰাহাত সুবৰ্ণৰ পতৰা কৰি ঠাই ঠাই কাম কৰিছে । চিত্ৰ-বিচিত্ৰ সিভিটিক আমাৰ কটকীক নি দেখিলে । তক্ত বাহিৰে ৭ আলি হৈ চতুৰ্ভিতি সমস্ত লোকে আছিল । সেই সময়ত দুই উকিলে আশীৰ্ব্বাদ কৰি হাত কৰযোৰে থাকিল । ১৫২ ।।

স্বৰ্গদেৱলৈ পাৎসাৰ উত্তৰ ।—পাচে পাৎসাও শ্ৰীশ্ৰীদিল্লীৰ পতি শ্ৰীশ্ৰীযুত মহাৰাজা শ্ৰীযুত আমীৰ-অল্-উম্ৰাও আলমগীৰ পাৎসা পত্ৰ শুনি বোলে, "কোঁচৰ সীমনাত কৰি আমাৰ নাৱি বৰাকৈ লৈছে মই এৰি দিব দিম আৰ লোকজন যদি আমাৰ লোকে পাকুৰি আনিছে তাকো ছাড়ি দিব দিম ।" এই বুলি উকিল নিদি লিখা এখান দিলে আৰ পাণ তামোল খাব বুলি ১০০০ ৰূপয়া দি পঠাই দিলে দেৱানে চন্দ্ৰকন্দলীকে, সনাতনকে দিল্লীৰ পৰা । আৰ

দুই উকিলক দুই যোৰ শুক্ল বাটা জামা ২, পাগ ২, পটুকা ২ গচ, চিট-পামৰু ২ খন, পেচগচ ২ গচ; পাৎসাৰ ঠাই কিছু নিদিলে। পাচে ঢকাৰ ছাস্তা-খাঁ নবাবে দুই কটকীৰ লগত পণ্ডিত-ৰায়ক পঠাই দিলে ৺ৰ ঠাইক। ৺ও লিখাকে জামাযোৰাকে ওচৰলৈকে নি পত্র শুনিলে।

ছাস্তা-খাঁৰ লিখা এই,—

স্বস্তি সদুত্তঙ্গনিকতেন-নানাগুণালংকৃত-নিজকুল-কমল
প্রকাশ নৈক-ভাস্কৰ শ্রীযুত বুঢ়াগোহাঁই স্নচৰিত্রেষু—

সৌহার্দ্দপূর্ব্বকলেখনং কাৰ্য্যঞ্চ আগে ই থানে সমস্তে কুশল, সি থানেৰ কুশল লেখিয়া সন্তোষ কৰাইবা, আৰু তোমাৰ দুই উকিল সনাতন ও চন্দ্র-কন্দলীক ৺ৰ হজুৰ ভেজিছিলা তাত আমিও তোমাৰ কাৰণে উমৰাওৰ ঠাই লেখিছিলোঁ। উমৰাও তোমাৰ ৺ক বহুত মেহৰ-স্নেহ কৰিয়া তোমাৰ দুই উকিলক পাৎসাৰ হজুৰ ভেজিছিলে তাত তোমাৰ সেৱা-খেজমতত পাৎসাৰ তোমাৰ ৺ৰ ওপৰ জেমত স্নেহ, তেমত মেহৰ তাক তোমাৰ দুই উকিলৰ মুখে জানিবা। আমাৰ উমৰাও তোমাৰ ৺ৰ উপৰে বহুত স্নেহ কৰি এক যোৰা জমদাৰ শিৰপাও দিয়া আপোনাৰ এতবাৰী আদমি শ্রীপণ্ডিতৰায় উকিলক ভেজিছে। অতএব তোমাক লাগি লেখোঁ, তুমিও ৺ যেমনে উমৰাও খোচহাল হয় তেমত কৰিয়া শ্রীপণ্ডিতৰায়ক চিতাপে বিদায় দিবা। আৰু এমত ব্রাহ্মণ এমত পণ্ডিত তোমাৰ ভাগ্যে সে ৺তোমাৰ অনুকুল কৰিয়া যায়, ইহাক খোচহাল কৰাবা। তোমাৰ বহুত ভাল হব, ধৰ্ম্ম-কৰ্ম্ম দুযো হব। আৰু পেচকচ বাদ হস্তী, ৰূপ। গি কিছু বাকী ৰহিছে তাকো চমস্ত হাল কৰিয়া তাকিত পঠাই দিবা, দিৰঙ্গ কৰিয়া ৰাখন ভাল নুই, আৰ তোমাৰ আমাৰ প্রীতি একলাসৰ কাৰণে আমাৰ দিল বহুত খোচে, তোমাৰ দিলতো সি নেদেখোঁ। আজি ডেৰ বৰিষ হ'ল আমি ইখানক আসিলোঁ, তথাপি আমাৰ ভাবুৰা দুই জবাব নালিখায় কেমন তোমাৰ। আমাৰ একলাস আৰু দুনিয়াইটো দুই প্রীতি-একলাস বহে, কিছু নাৰহে। আমি যে তোমাৰ ভালকেহে ইচ্ছা কৰোঁ। আমাৰ লগত প্রীতি-একলাসকো ভাল নোহে, আৰ আমি তোমাৰ ভালৰ কাৰণেহে কওঁ। পাৎসাৰ সেৱা-খেজমতেত দৰোস্ত কৰিলে তোমাৰ ৺ আৰ বহুত ভালহে হব। অতএব পাৎসা যেমত তাক আপুনি জানা আৰ এমত কৰিবা, যেমনে তোমাৰ নৰনাৰী, গো-ব্রাহ্মণ সুখে থাকে তেমত কৰিবা, আৰ বাকী হকিকত তোমাৰ উকিল মাধবচৰণ

